# বিষ্ণুপ্ৰসাদ ৰাভা : জীৱন আৰু কৃতি

সম্পাদনা সমিতি

নলিনীধৰ ভট্টাচাৰ্য্য,
ড° শিৱনাথ বৰ্মন,
পৰমানন্দ মজুমদাৰ,
ৰজনীকান্ত শৰ্মা

সম্পাদক
নলিনীধৰ ভট্টাচাৰ্য্য

চেতনা প্ৰকাশ
বাজগড় : গুৱাহাটী—১

বিষ্ণুপ্ৰসাদ ৰাভা : জীৱন আৰু কৃতি

চেতনা প্ৰকাশন, ৰাজগড়, গুৱাহাটী-৭

চেতনা প্ৰকাশৰ হৈ
বিভা দেৱীৰ দ্বাৰা প্ৰকাশিত ।

প্ৰথম প্ৰকাশ
নবেম্বৰ, ১৯৮৫

বেটুপাত : ধ্ৰুৱ ডেকা

মূল্য—৩৫ৰ টকা মাত্ৰ

ছপা :
বাণী প্ৰিণ্টাৰ্ছ
ৰাজগড়, গুৱাহাটী ৭

## অৱতৰণিকা

'বিষ্ণু প্ৰসাদ ৰাভা ঃ জীৱন আৰু কৃতি' — সৈনিক শিল্পী বিষ্ণু ৰাভাৰ জীৱন আৰু কৃতিৰ বিভিন্ন দিশত আলোচিত দ্বিতীয় সংকলন। সংকলনটি যাতে পূৰ্বৰ প্ৰকাশিত সংকলনটিতকৈ অধিক সমৃদ্ধ হয়, তাৰ বাবে সম্পাদনা সমিতিয়ে গুৰুত্ব দিছিল । কিন্তু সমিতিয়ে আশা কৰা দৰে পাঠকৰ হাতত সংকলনটি তুলি দিব পৰা নগ'ল । সমিতিয়ে আঁচনি কৰা মতে বহুকেইটা বিষয়ৰ ওপৰত আলোচনা অন্তৰ্ভুক্ত কৰিব পৰা নহ'ল। ইয়াৰ কাৰণ কেবাটাও। আমাৰ লেখক সমাজৰ বহুতেই ৰাভা সম্পৰ্কে সভামঞ্চ আৰু দৈনিক কাকতৰ বিবৃতিৰ শাৰী কুহমাই ৰাখিলেও এটা মুকলি মন লৈ ৰাভাৰ চিন্তা দৰ্শনৰ আলোচনাত প্ৰবৃত্ত হবলৈ কিন্তু তেওঁলোক উৎসুক নহয় । বহুতে ৰাভাৰ নামত এটা Rava Cult ৰ প্ৰচলন হোৱাটোকে কামনা কৰে । তেওঁৰ জীৱন আৰু কৰ্মাৱলীৰ নিৰ্মোহ মূল্যায়ন আন্তৰিকতাৰে এইসকলে আশা নকৰে। ৰাভাৰ সামগ্ৰিক মূল্যায়ন এইসকলে বৰ্জন কৰি তেওঁৰ চিন্তা দৰ্শনক খণ্ডিত ৰূপত নিজ নিজ স্বাৰ্থৰ অনুকূলে ব্যাখ্যা কৰিবলৈ এইচামে প্ৰয়াস কৰে ।

সম্পাদনা সমিতি এই বিকাৰগ্ৰস্ত দিশটোৰ প্ৰতি সজাগ আছিল । তেওঁৰ জীৱন আৰু কৃতিৰ সঠিক আৰু বস্তুনিষ্ঠ মূল্যায়ন আশা কৰিছিল । তেওঁৰ জীৱনৰ দুৰ্বল দিশ সমূহৰ ওপৰতো আলোচনা হোৱাটোও সমিতিয়ে বিচাৰিছিল । পিচে, ৰাভাৰ সমগ্ৰ ৰচনা বাজি সু-সম্পাদিত ৰূপত আজিও প্ৰকাশ পোৱা নাই । ৰাভা প্ৰতিভাৰ সামগ্ৰিক মূল্যায়ন হ'বলৈ হ'লে তেওঁৰ সম্পূৰ্ণ ৰচনাৱলী ৰচনাৰ সঠিক সময়ৰ উল্লেখেৰে ক্ৰম অনুসৰি প্ৰকাশ হোৱাটো জৰুৰী । কিন্তু পৰিতাপৰ বিষয় এয়ে, নিঃস্বাৰ্থ

ভাবে অসমত আজিও এনে এটা উদ্যোগ গঢ়ি নুঠিল। অসম সাহিত্যসভাৰ দৰে 'বৃহৎ জাতীয় অনুষ্ঠানেও কোনো কাৰ্যকৰী ভূমিকা পালন কৰাটো আমাৰ চকুত নপৰিল। আমাৰ আশা, এই সংকলনটিয়ে সৈনিক শিল্পী জনাৰ প্ৰতি আমাৰ দায়িত্ব সকিয়াই দিব আৰু ৰাভাৰ সঠিক মূল্যায়নত সংকলনটিয়ে কিঞ্চিত হলেও ৰৰঙণি যোগাব।

সংকলনটি সম্পাদনা কৰি ছপাশালৈ পঠিওৱালৈকে—বহুকেইজন বিশিষ্ট লেখক আৰু শুভাকাংখী লোকৰ পৰামৰ্শ তথা সহযোগ পাইছিলোঁ। তেখেত সকলৰ নাম উল্লেখ নকৰিলে আমাক 'অকৃতজ্ঞৰ দোষে চুব। তেখেত সকল (সৰ্বশ্ৰী) ড° অমলেন্দু গুহ, প্ৰসেনজিৎ চৌধুৰী, দ্বিজেন দাস (প্ৰবক্তা, জে, এন, কলেজ বকো, লক্ষীকান্ত শৰ্মা (প্ৰবক্তা, জে এন কলেজ), গৌতম ৰাভা (পুথিভঁৰালী, ঐ). কাতিৰাম ৰাভা (ৰৰবৰী সত্ৰাক কবী বকো) ইত্যাদি।

বিশিষ্ট লিখকদ্বয় ড০ গুহ আৰু শ্ৰীচৌধুৰী দেৱৰ পৰামৰ্শই আমাক যথেষ্ট উপকৃত কৰিছে। 'স্মৃতিলেখা'ৰ সন্নিবিষ্ট ৰাভাৰ সহযোগী তথা গুণমুগ্ধ সকলৰ বক্তব্য সংকলিত কৰাত আমাক সহায় কৰিছে শ্ৰীদ্বিজেন দাস আৰু শিৱৰাম নাথ। শ্ৰীদাসৰ মতে দক্ষিণ কামৰূপৰ ছয়গাওঁ বকো, দুধনৈ ছুটমাটিয়া আদি বিভিন্ন অঞ্চলৰ নিবাসী ৰভাব এসময়ত ৰাজনৈতিক সহযোগী সকলৰ ওচৰ চাপিছিলোঁ। কিন্তু অসমৰ গ্ৰাম্যাঞ্চলত ৰাভা সম্পৰ্কে ইমান সমল আছে যে আটাইবোৰ এই গ্ৰন্থত প্ৰকাশ কৰা সম্ভৱ নহ'ল। অকল ৰাভাৰ সহযোগী তথা সহকৰ্মীসকলৰ মন্তব্যাৰে সি এখন সুকীয়া পুথিৰহে সমল হব।

সংকলনটিত এখন ৰাভাৰ জীৱনপঞ্জীও সংযোজন কৰা হ'ল। কিন্তু আমি মুকলিভাবে কৈ থোৱাৰ প্ৰয়োজন অনুভৱ কৰিছো যে এইখন অসম্পূৰ্ণ আৰু হয়তো ত্ৰুটিপূৰ্ণও। কিয়নো চন তাৰিখ

আদিৰ সঠিক নিৰ্ধাৰণৰ সময়ত আমি সিদ্ধান্তলৈ আহিবলৈ প্ৰায়ে উজুতি খাইছোঁ। ইয়াৰ কাৰণ ৰাভাৰ সম্পূৰ্ণ আৰু নিৰন্ধ তথ্য সমৃদ্ধ জীৱনালেখ্য এখন আজিলৈকে প্ৰকাশ পোৱা নাই। বহুতেই আনকি তেওঁৰ জীৱনৰ গুৰুত্বপূৰ্ণ ঘটনা বিশ্লেষণ কৰোতেও চন তাৰিখ আদিৰ ভুল ব্যাখ্যা কৰা আমাৰ চকুত পৰিছে।

এইখিনিতে আমি শলাগ লৈছোঁ বেটুপাতৰ শিল্পী ধ্ৰুৱ ডেকাৰ। সংকলনটিত প্ৰাণ দিয়াত সহায় কৰিছে তেওঁ আন্তৰিকতাৰে অঁকা অৰ্থবহ বেটুপাতে।

সম্পাদনা সমিতিৰ হৈ

১ নবেম্বৰ, ১৯৮৫

পৰমানন্দ মজুমদাৰ

# সূচী

পাতনি ক-প

**প্ৰবন্ধ**

১। বিষ্ণু ৰাভা : খোজৰ চিন—তিলক হাজৰিকা ১-১০
২। জ্যোতিপ্ৰসাদ আৰু বিষ্ণু প্ৰসাদৰ চিন্তাত
কৃষ্টি-সংস্কৃতিৰ উৎস আৰু ভূমিকা—প্ৰসেনজিৎ চৌধুৰী ১১-৩১
৩। ৰাভাৰ কবি-মানস—নলিনীধৰ ভট্টাচাৰ্য ৩২-৪২
৪। কমৰেড় বিষ্ণুৰাভা—দধি মহন্ত ৪৩-৬৩
৫। ৰাভাৰ ৰাজনৈতিক আদৰ্শ—শশী শৰ্মা ৬৪-৮০
৬। বিষ্ণুপ্ৰসাদৰ অপমূল্যায়নৰ এছোৱা :
প্ৰাসঙ্গিক আলোচনা—পৰমানন্দ মজুমদাৰ ৮১-১০৬
৭। ৰাভাৰ ইতিহাস চৰ্চ্চাৰ এটি দিশ—মুনীন শৰ্মা ১০৭-১১৩

**স্মৃতিলেখা**

৮। সমকালীন সমাজ আৰু ৰাভাৰ
ৰাজনৈতিক জীৱন—চন্দ্ৰধৰ গোস্বামী ১১৭-১২৪
৯। কমৰেড্ বিষ্ণুৰাভা—অৰবিন্দ ঘোষ ১২৫-১৩৭
১০। এজন সতীৰ্থৰ দৃষ্টিত বিষ্ণুৰাভা—সুৰেন ভট্ট ১৩৮-১৪৬
১১। যাযাবৰ বিষ্ণুৰাভা—কাতিৰাম ৰাভা ১৪৭-১৫৮
১২। বিষ্ণুৰাভা সম্পৰ্কে মই যি জানো—তৰুণ খাখলাৰী ১৫৯-১৬৪
১৩। বিষ্ণুৰাভাক লগ পাইছিলো—মাধৱ ৰাভা ১৬৫-১৬৬
১৪। আত্মগোপনকাৰী বিষ্ণুৰাভাই কি কৰিছিল
আৰু কি কৈছিল—ত্ৰ্যম্বক দাস ১৬৭-১৭০

**পৰিশিষ্ট**

১৫। বিষ্ণুদা উভতি আহিল—হেমাংগ বিশ্বাস ১৭১-১৭৪
১৬। বিষ্ণুপ্ৰসাদ ৰাভাৰ ঘটনাবহুল জীৱনপঞ্জী ১৭৫-১৮১

# পাতনি

ৰাইজৰ বিশেষকৈ একাংশ তৰুণৰ বিষ্ণুৰাভাৰ জীৱন আৰু কৃতি সম্বন্ধে থকা আগ্ৰহ আৰু কৌতূহললৈ চাই আৰু সেই সম্বন্ধে চিন্তা-চৰ্চাৰ পৰিধি বাঢ়ক বুলি ভাবি এই সংকলনৰ কাম আমি হাতত লৈছোঁ। বিষ্ণুৰাভাৰ মূল্যায়ন কৰোঁতে বহুতেই তেওঁক সামগ্ৰিক ভাৱে চোৱা নাই। সামগ্ৰিকভাৱে নেচালে, অন্ধৰ হস্তী দৰ্শনৰ দৰে, আমি তেওঁৰ ব্যক্তিত্বৰ স্বৰূপ দাঙি ধৰিব নোৱাৰিম। তেওঁৰ ৰচনাৰ এটা দুটা অংশৰ ওপৰত ভিত্তি কৰি তেওঁক শংকৰদেৱৰ পথানুসাৰী বুলি যেনেকৈ কোৱা টান, ঠিক তেনেকৈ তেওঁক সংকীৰ্ণ অগভীৰ জাতীয়তাবাদৰ হোতাও বুলিব নোৱাৰি। তেওঁ শংকৰদেৱক গভীৰ শ্ৰদ্ধাৰে ওলগ জনোৱাৰ মাই কাৰণ হ'ল, শঙ্কৰী কলা-সংস্কৃতিৰ বিশালতা আৰু তাৰ ভিত্তিও এখন বহল অসমীয়া সমাজৰ সংগঠন। শংকৰদেৱক লিওনাৰ্দো-দা-ভিঞ্চিৰ লগত তেওঁ ৰিজোৱাৰ কাৰণো সেয়ে। মহাপুৰুষৰ এই পদক্ষেপ সমকালীন পৰিস্থিতিত 'আধুনিক' আছিল। শংকৰী আদৰ্শক পাথেয় কৰাৰ কিবা সংকল্প ৰাভাৰ আছিল যদিও, পৰৱৰ্তী পৰ্য্যায়ত তেওঁ সেই সংকল্প ত্যাগ কৰি আধুনিক বিজ্ঞানসম্মত মাৰ্ক্সীয় বিশ্ববীক্ষাৰ ওপৰত ভৰসা ৰাখিছিল আৰু তাৰ সহায়তে তেওঁ জাতীয় জীৱনৰো উদ্বোধন বিচাৰিছিল। বৰ্তমান সংকলনত তেওঁৰ ব্যক্তিত্ববিকাশৰ এই দিশটোও দেখুৱাবৰ কাৰণে যত্ন কৰা হৈছে। মৃত্যুৰ আগত তেওঁক আমি সমাদৰ নকৰিলোঁ, আৰু মৃত্যুৰ পিছতো তেওঁৰ বিষয়ে বিশেষ চিন্তা-চৰ্চা হৈছিল বুলিব নোৱাৰি। যোৱা চাৰি-পাঁচ বছৰমান ধৰি ৰাভাৰ এদিনীয়া তিথি আড়ম্বৰেৰে পতা হৈছে। ৰজাঘৰেও ইয়াত উৎসাহ দেখুৱাইছে। ই শুভ লক্ষণ যেন লাগিলেও, এনেবোৰ উলাহ যদি সংকীৰ্ণ স্বাৰ্থ-প্ৰসূত হয়, তেন্তে সি ধানখেৰৰ জুইৰ দৰে অচিৰে নুমাই যাব।

ৰাভাৰ জাতীয়তাবোধ গভীৰ, সামাজিক প্ৰগতিশীলতাৰ উপাদানেৰে সি সমৃদ্ধ। এই কথা মনত ৰাখি তেওঁক যদি আমাৰ জীৱনত পাবলৈ বিচাৰোঁ, তেহে ৰাভা প্ৰশস্তি সাৰ্থক হ'ব। বৃহত্তৰ জীৱনক সমৃদ্ধ কৰাৰ মানসিক সততা থকা এই মানুহজনৰ চৰিত্ৰৰ বহুমুখিতাও লক্ষ্য কৰিবলগীয়া বিষয়, অৱশ্যে এই বহুমুখিতাৰো উৎস আছিল সেই মানসিক সততা—যাৰ সহায়ত চিন্তা আৰু কৰ্মৰ সমন্বয় তেওঁৰ জীৱনত সম্ভৱ হৈ উঠিছিল। ৰাভাৰ ব্যক্তিত্বৰ এই উজ্বল দিশটোলৈ আঙুলিয়াই দিয়াও সংকলনখনৰ আন এটি উদ্দেশ্য।

ড° হীৰেণ গোঁহাইৰ সুযোগ্য সম্পাদনাত ওলোৱা 'সৈনিক শিল্পী বিষ্ণুৰাভা'ৰ পিছত এইখন ৰাভা সম্পৰ্কীয় প্ৰবন্ধৰ দ্বিতীয় সংকলন। 'চেতনা' প্ৰকাশৰ গুৰিধৰোঁতা ৰজনী শৰ্মাৰ উৎসাহ-উদ্দীপনাতেই এই পুথি প্ৰকাশ সম্ভৱ হৈছে। এই উদ্দেশ্যে এখন সম্পাদনা সমিতিও পাতি লোৱা হৈছিল। ৰজনী শৰ্মাৰ উপৰিও বিশিষ্ট প্ৰবন্ধকাৰ ড° শিৱনাথ বৰ্মণ আৰু ডেকা লেখক পৰমা মজুমদাৰ উভয়েই সম্পাদনা সমিতিত থাকি নানাধৰণে সহায় আৰু পৰামৰ্শ আগবঢ়াইছে। সমিতিয়ে পুথিৰ নাম 'বিষ্ণুপ্ৰসাদ ৰাভা : জীৱন আৰু কৃতি' ৰাখিবলৈ স্থিৰ কৰে। নামটো অৰ্থব্যঞ্জক হৈছে বুলিয়েই ভাবোঁ। মজুমদাৰে বিভিন্ন ঠাইলৈ গৈ ৰাভাৰ একান্তৰ ঘনিষ্ঠ বন্ধুসকলৰ পৰা স্মৃতিলেখা সংগ্ৰহ কৰাৰ উপৰিও ৰাভাৰ জীৱনপঞ্জীও ৰচনা কৰিছে। স্মৃতিলেখা সমূহৰ পৰা ৰাভাৰ জীৱনযাপনৰ ৰীতি অথবা কৰ্ম-পদ্ধতিৰ অন্তৰংগ পৰিচয় পামহঁক আৰু মতামতৰ পাৰ্থক্য থাকিলেও, প্ৰবন্ধসমূহতো ৰাভাই সৃষ্টিৰ দায়িত্ব আৰু কৰ্মৰ দায়িত্ব কিদৰে পালন কৰিছিল, তাৰ আভাস পামহঁক। এই সংকলনত যিসকলে প্ৰবন্ধ আৰু স্মৃতিলেখা দি সৌষ্ঠৱ বঢ়াইছে, তেখেতসকলৰ ওচৰত আমি বিশেষভাবে কৃতজ্ঞ। ভালেকেইজন বিশিষ্ট ব্যক্তিৰ লেখাৰ পৰা আমি বঞ্চিত হলোঁ; সেইটো আমাৰেই দুৰ্ভাগ্য বুলি ধৰিছোঁ। লেখকৰ ভিতৰত যাৰ নাম প্ৰথমে ল'ব লাগিব,

তেখেত হ'ল স্বৰ্গীয় চন্দ্ৰধৰ গোস্বামী। তেখেতে সম্পাদনা সমিতিৰ অনুৰোধ ৰক্ষা কৰি যথাসম্ভৱ লেখাটি আমালৈ পঠিয়াইছিল, কিন্তু আমাৰ সময়মতে প্ৰকাশ কৰিব নোৱাৰা অনিবাৰ্য ত্ৰুটিৰ বাবেই জীৱিত কালত তেখেতৰ হাতত পুথিখনি তুলি দিব নোৱাৰিলো। এই দুখ আমাৰ থাকি গ'ল। আমাৰ লেখকসকলে ৰাভাৰ বিষয়ে চিন্তা-চৰ্চা কৰাৰ যথেষ্ট প্ৰমাণ প্ৰবন্ধবোৰৰ পৰা পাইছোঁ। তেখেতসকলে তেওঁৰ ইতিবাচক আৰু নেতিবাচক দিশসমূহ চালি-জাৰি চাবলৈ যত্ন কৰিছে। অসমৰ সুপৰিচিত শিল্পী হেমাংগ বিশ্বাসদেৱৰ স্মৃতিচাৰণমূলক প্ৰবন্ধ এটিও ইয়াত অন্তৰ্ভুক্ত কৰি আমি সুখী হৈছো। কেৱল তৰুণসকল বা বুদ্ধিজীৱীসকলেই যে ৰাভা-চৰ্চা কৰিব লাগে এনে নহয়, যিসকল অৰ্ধ-শিক্ষিত অথচ চিন্তাশীল, সেইসকলেও নিজ নিজ অভিজ্ঞতাৰ ভেটিত আলোচনাসমূহৰ বিভিন্ন দিশ বিচাৰ কৰি চাব পাৰিব। এই উদ্দেশ্য আগত ৰাখি আমি বিভিন্ন লেখকৰ পৰা সমল গোটাবলৈ যত্ন কৰিছোঁ। কিছুমান আৱশ্যকীয় দিশ ইয়াত উন্মোচিত হৈছে। উদাহৰণ-স্বৰূপে, তেওঁৰ আৰু জ্যোতিপ্ৰসাদৰ কৃষ্টি-চিন্তাৰ সুক্ষ্ম পাৰ্থক্য আৰু সাদৃশ্য, অথবা যৌৱনৰে পৰাই বিষ্ণুপ্ৰসাদৰ বিদ্ৰোহী ব্যক্তিত্ব আৰু তাৰ বিপ্লৱী বিকাশ সম্বন্ধে এই পুথিত আন্তৰিকতাৰে আলোচিত হৈছে। তেওঁৰ জীৱনৰ চৰম লক্ষ্য কি আছিল? ৰাজনীতি নে শিল্প? নাইবা, তেওঁ ৰাজনৈতিক বিপ্লৱী নে সমাজ-বিপ্লৱী? এনেবোৰ প্ৰশ্নৰো মীমাংসা কৰিবলৈ লেখকসকলে যত্ন কৰিছে। লেখকসকলৰ মতপাৰ্থক্য অৱশ্যে আছে; এনে পাৰ্থক্য থকাটোৱেই স্বাভাৱিক। পাঠকে তাৰ পৰাই চালি-জাৰি চাবলৈ সুযোগ পাব বুলি আমি ধাৰণা কৰিছোঁ।

বিষ্ণুৰাভা শক্তিমান পুৰুষ—কেৱল শাৰীৰিকভাৱেই নহয়, মানসিক ভাৱেও। তেওঁৰ এই শক্তিৰ শিপা আছিল মাটিত। এই বিচক্ষণতা আন কোনো নেতাৰ মাজত আমি দেখা নেপাওঁ। আজিৰ নেতাসকলৰ ‘পাৱাৰ হাউচ্’তো দিল্লীত। নেতৃত্বৰ এই

পাৰ্থক্যই পৰিবৰ্তিত পটভূমিৰ ইংগিত দিয়ে। এই পটভূমি ক্ৰমাগত বিচ্ছিন্নতা আৰু অৱক্ষয়ৰ। এতিয়া বিচক্ষণতা নাই, আছে মাথোন চাতুৰ্য্য। ৰাস্তাৰ সময়ৰ পৰা ঐতিহাসিকভাৱে আমি কিছু আঁতৰি আহিছোঁ। পুঁজিবাদৰ অনুগ্ৰহত আমি এতিয়া পৰম্পৰাগত আৰু আধুনিক সমাজৰ মধ্যৱৰ্তীকালীন স্তৰ এটাত উপনীত হৈছোঁহি। এই স্তৰটোও একেজন ব্যক্তিয়েই বিভিন্ন সামাজিক আৰু সাংস্কৃতিক জগতত বাস কৰে। প্ৰত্যেক ব্যক্তিয়েই পৰস্পৰ বিৰোধী মূল্যবোধৰ গৰাকী হয়, আৰু তেওঁৰ ভূমিকাতো স্ববিৰোধ দেখা যায়। একেজন মানুহেই এটা শ্ৰেণী, ট্ৰেডইউনিয়ন বা ৰাজনৈতিক দলৰ সভ্য হৈও পৰম্পৰাগত বৃহৎ পৰিয়াল, জাত-প্ৰথাৰ অন্তৰ্ভুক্ত হৈ থাকিব পাৰে। ইয়াৰ অৰ্থ হ'ল, আমি এক মিশ্ৰ সংস্কৃতিৰ অন্তৰ্ভুক্ত হৈছোঁ আৰু পৰস্পৰবিৰোধী কাৰ্য্য কৰিছোঁ। ঐতিহ্য আৰু আধুনিকতাৰ এই বিপৰীত সংমিশ্ৰণত আজিৰ ভাৰতীয় মন জৰ্জৰিত বুলিব পাৰি। নগৰবোৰেও নিজৰ জীৱন-চৰ্য্যা আৰু সংস্কৃতি গাওঁ-বোৰত জাপি দিব পৰা নাই। আনকি আমাৰ নগৰবোৰেও গাঁৱৰ ধৰণ-কাৰণ বাদ দিবলৈ সমৰ্থ হোৱা নাই। ঔদ্যোগিক কেন্দ্ৰবোৰৰ চৌপাশত প্ৰাক্-ঔদ্যোগিক যুগৰ লক্ষণ দেখা যায়। এনে পৰিস্থিতিত ধৰ্মীয় কৃত্যসমূহেও তাৰ পূৰ্বৰ পবিত্ৰতা হেৰুৱাই পেলাইছে আৰু সেইবোৰ হৈ পৰিছে আমোদ-প্ৰমোদ, আৰু আড়ম্বৰৰ উপায় মাথোন। ৰাস্তাৰ যুগত প্ৰাচীন ঐতিহ্যই মাই ভূমিকা গ্ৰহণ কৰিছিল আৰু গাঁৱে-ভূঞে ধৰ্মীয়কৃত্যসমূহ আস্থাৰে পালন কৰা হৈছিল। তেতিয়া বিভিন্ন জাত বা গোষ্ঠীৰ মাজত এটা মানৱীয় সম্পৰ্ক আছিল,—যি সম্পৰ্ক এতিয়া ক্ৰমাৎ নাইকিয়া হৈ আহিছে। ইয়াৰ ফলত সাম্প্ৰদায়িকতা বৃদ্ধি পাইছে। শিক্ষা-ব্যৱস্থায়ো চেকুলাৰ মান-সিকতা সৃষ্টিত ব্যৰ্থ হৈছে। দাৰিদ্ৰ্য নিবনুৱা সমস্যা, প্ৰতিযোগিতা আৰু বিচ্ছিন্নতাৰ পৰা ৰক্ষা পাবলৈ এতিয়াও সাধাৰণ মানুহে ঐতিহ্যক খামোচ মাৰি ধৰি আছে। আনহাতে আকৌ পৰম্পৰাগত

ৰীতি-নীতিৰ ক্ষেত্ৰতো শৈথিল্য আহিছে। এই দুই নাও দুই ভৰি অৱস্থাত সমাজৰ অৱক্ষয় ক্ৰমাৎ গভীৰ হৈ আহিছে। মানুহৰ ভণ্ডামি বাঢ়িছে, পাৰস্পৰিক সন্দেহ অবিশ্বাস আগতকৈ বেছি হৈছে, যুক্তিপূৰ্ণ জ্ঞান অন্বেষণৰ পৰিবেশ নাইকিয়া হৈ আহিছে। এই পৰিস্থিতিৰ পৰা জনসাধাৰণক উদ্ধাৰ কৰিবলৈ হ'লে, আমি ৰাভাৰ পথকে ল'ব লাগিব। মাটিৰ লগত আকৌ সম্বন্ধ স্থাপন কৰি সামগ্ৰিক উদ্বোধনৰ চেষ্টা কৰিব লাগিব। ইয়াৰ অৰ্থ এইটো নহয় যে, ৰাভাই যি কৰিছিল তাৰেই আমি পুনৰাবৃত্তি কৰিম। ৰাভাৰ জীৱন আৰু কৃতিয়ে আজিৰ সমস্যাৰ আশু সমাধান হয়তো দিব নোৱাৰে, কিন্তু আমাৰ সন্মুখত যি সমস্যাই দেখা দিছে, তাৰ বিষয়ে সি আমাক প্ৰশ্ন কৰিবলৈ শিকাব আৰু চিন্তা-জিজ্ঞাসাৰ নতুন-দিগন্ত উন্মোচিত কৰিব। এইবাবেই ৰাভাৰ কথা আমি আলোচনা কৰা উচিত। আজি যেন সুস্থ চিন্তাৰ বাবে মগজু অকামিলা হৈছে। বিভ্ৰান্তিৰ মাজত যুৱ-সমাজৰো এটা বৃহদংশ হতাশাৰ চিকাৰ হৈ পৰিছে। এনে পৰিস্থিতিত শক্তিশীলতাৰ প্ৰতিভূ বিষ্ণুৰাভা অসমীয়া সমাজৰ বাবে অক্সিজেন হ'ব পাৰে, কাৰণ, ৰাভাৰ মানত জীৱন পুৰি নিঃশেষ হৈ যোৱা শক্তিতো নহয়—সি যেন এটি অম্লান জ্যোতি। তেওঁ তাক আৰু উজ্বলকৈ জ্বলাই দি যাব খুজিছিল উত্তৰ পুৰুষৰ হাতত। কেৱল জীৱনেৰেই নহয়, মৃত্যুৰ মাজেদিও তেওঁ যেন আমাক তাৰেই ইংগিত দি গৈছে। ৰাইজৰ বাবে উৎসৰ্গিত এটি জীৱনৰ 'দোষে-গুণে অৱসান হ'ল সঁচা, কিন্তু তেওঁৰ সংকল্পৰ অম্লান জ্যোতিয়ে আমাৰ মনৰ কুঠি পোহৰাই থাকিব।

ৰাভাৰ ৰাজনীতিত সুস্থ জাতীয় আকাংক্ষা আৰু বিশ্ববোধ সানমিহলি হৈ আছিল। জাতি-উপজাতিৰ প্ৰকৃত সমতা স্থাপনেৰে অসমৰ জাতি গঠনৰ প্ৰশ্নটো তেওঁ দাঙি ধৰিছিল ; এই দৃষ্টিভংগী বিশ্ববোধৰ পৰিপন্থী নহয়। এনে লক্ষ্য থকা বাবেই তেওঁ অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজলৈ সোমাই যাব পাৰিছিল। ব্যক্তিগত আৰু সামাজিক

পাপৰ বিৰুদ্ধে তেওঁ আছিল প্ৰচণ্ড প্ৰতিবাদ। জনসংযোগৰ ফলত তেওঁৰ মন সবল আশাবাদেৰে ভৰপূৰ হৈ পৰিছিল। ৰূপান্তৰৰ স্বপ্নই তেওঁক সদায় আহ্বান কৰিছিল। তেওঁ শংকৰদেৱৰ সাংস্কৃতিক দিশটোৰ প্ৰতিহে আকৃষ্ট হৈছিল। তেওঁ ভাবিছিল, ৰাজনৈতিক সংগ্ৰামৰ লগে লগে সাংস্কৃতিক সংগ্ৰামবো প্ৰয়োজন। শংকৰদেৱে সমন্বয় আনিছিল ধৰ্মীয় সংস্কৃতিৰে ; ৰাভাই দেখ্ দেখকৈয়ে পুনৰুত্থানবাদীৰ ভূমিকা ল'ব নোৱাৰে,—তেওঁৰ সংস্কৃতি হ'ল ৰূপান্তৰকামী। অৱশ্যে দেশৰ প্ৰগতি সৰলৰৈখিক নহয়, নবজন্মৰ প্ৰক্ৰিয়া জটিল। মাৰ্ক্সবাদত দীক্ষিত হ'লেও, ৰাভাই এনে এক সময়ত আন্দোলনত জপিয়াই পৰিছিল, যি সময়ত সকলোৱে ভাবিছিল ৰূপান্তৰৰ পথ সহজ। স্বাধীনতা সংগ্ৰামৰ ক্ষেত্ৰতো মানুহৰ এনে বিশ্বাস আছিল। কিন্তু প্ৰগতিৰ পথ কাঁইটীয়া। ঐতিহাসিক কাৰণত সমাজৰ জোৱাৰ ভাটা আছে, শুভ-অশুভ শক্তিৰ সংঘৰ্ষ হয়, এনেবোৰ জটিলতাৰ মাজেদি গৈয়েই মানুহ প্ৰগতিৰ শিখৰত উঠে গৈ। অসম তথা ভাৰতৰ সাধাৰণ মানুহে এতিয়াও সেই শিখৰৰ সৌন্দৰ্য দেখা নাই। অথচ এই শিখৰত উঠাৰ চেষ্টা অসমত যে হোৱা নাই এনে নহয়। বেজবৰুৱাৰ পৰা জ্যোতিপ্ৰসাদ বিষ্ণুৰাভাৰ দিনলৈকে সংস্কৃতি আৰু ৰাজনীতিৰ বিচিত্ৰ মানবিক সমন্বয়ৰ পথ নিৰ্মাণৰ প্ৰচেষ্টাত অৰিহণা যোগাইছিল, নৱজাগৰণে, সাম্ৰাজ্যবাদ বিৰোধী স্বাধীনতা সংগ্ৰামে, আৰু মাৰ্ক্সীয় চিন্তাই। নৱজাগৰণে মধ্যবিত্ত বুদ্ধিজীৱীক মানৱীয় সাধনাৰ প্ৰেৰণা যোগাইছিল, কিন্তু প্ৰতিভাধৰসকলৰ চেষ্টা সত্বেও, সামগ্ৰিকভাৱে আমাৰ মানুহৰ জীৱন আৰু মননৰ জড়তা দূৰ নহ'ল। স্বাধীনতাৰ আন্দোলনে সাম্ৰাজ্যবাদ বিৰোধী জাতীয় মুক্তিৰ চিন্তা সাধাৰণ মানুহৰ মনলৈ আনিছিল বুলি ক'ব পাৰি, কিন্তু সেই সংহতিও আছিল মূলতঃ আবেগিক। প্ৰাচীন ঐতিহ্যৰ বোজা, মানসিক জড়তা, ধৰ্ম-ভাষা-গোষ্ঠীৰ বিভেদপ্ৰৱণতা আৰু দাৰিদ্ৰ্যৰ অন্ধকাৰে আছন্ন কৰি ৰখা মানুহৰ পশ্চাৎপদতাৰ জীৰ্ণ ভেটিটোৰ

বিশেষ সলনি নোহোৱাত সেই আবেগৰ জুই এদিন নুমাই গ'ল। স্বাধীনতাৰ পিছৰ নেতৃত্বই সামগ্ৰিকতাবোধ হেৰুৱাই জন-সংযোগ হেৰুৱালে আৰু তাৰ ফলত দেশৰ অন্ধকাৰ দশা নুগুচিল। মনুষ্যত্বৰ সামগ্ৰিক উদ্বোধনৰ বাবে নেতৃত্বক যি নিঃস্বাৰ্থ, সৎ আৰু অকপট জনপ্ৰীতিৰ প্ৰয়োজন, আমাৰ দেশত তাৰ শোচনীয় অভাৱ পৰিলক্ষিত হ'ল। স্বাধীনতাৰ পৰৱৰ্তীকালৰ নেতাসকলৰ সৰহভাগৰে ভোগবাদী আৰু আগ্ৰাসী চৰিত্ৰ দেখি বিষ্ণুৰাভা ক্ষুব্ধ হৈছিল। তেওঁৰ সচেতন বিদ্ৰোহী মানসিকতাত এনে প্ৰতিক্ৰিয়া একো অসম্ভৱ নহয়। জনসাধাৰণৰ দুখ-দুৰ্দশা সম্বন্ধে তেওঁৰ মনত যি উদ্বিগ্নতা আছিল, সিয়েই তেওঁক জনতাৰ মাজলৈ নৈ গৈছিল আৰু জনতাৰ জড়তাক মষিমূৰ কৰাৰ সংকল্পৰে মাৰ্ক্সবাদত আশ্ৰয় গ্ৰহণ কৰিছিল। তেওঁ ভাবিছিল মাৰ্ক্সীয় বিশ্ববীক্ষাই তেওঁৰ দৃষ্টিভংগীক পৰিপূৰ্ণতা দিব আৰু তাৰ পোহৰত বিপ্লৱৰ গান গাই স্থিতাৱস্থাৰ সলনি ঘটাব। আজীৱন বিদ্ৰোহী ৰাভাই জনতাক লগত লৈহে যুদ্ধক্ষেত্ৰত নামিছিল, কিন্তু প্ৰতিকূল শক্তিসমূহৰ উমান নোলোৱাকৈ অথবা বাস্তৱক হাতৰ মুঠিলৈ নানাকৈ ক্ষিপ্ৰ সমাধান বিচাৰি ৰাভাৰ দলে বোধহয় ৰাজনৈতিক কৌশলগত ভুল কৰিছিল। সেইবাবেই বিপ্লৱ অসমাপ্ত হৈ ৰ'ল। সীমাবদ্ধ মাৰ্ক্সীয় চিন্তাৰ মাজত এনেবোৰ ভুল হোৱাটো অস্বাভাৱিক নহয়; কিন্তু ভাৰতবৰ্ষত আজিও সঠিক বিপ্লৱৰ পথ কিয় ৰচিত নহ'ল? ইয়াৰ অৰ্থ বোধকৰো এইটোৱেই যে, ভেটিটোত জড়তাৰ যি অন্ধকাৰ আছে, তাক দূৰ কৰিব নোৱাৰালৈকে আমাৰ মুক্তিৰ প্ৰচেষ্টা কৃতকাৰ্য্য হোৱাৰ আশা ক্ষীণ। মুক্তি এদিন আহিবই, কিন্তু সি কেতিয়া কেনেকৈ আহে তাক কোৱা টান; কিন্তু তাৰ বাবে ভেটিটোক জড়তাৰ পৰা যে মুক্ত কৰিব লাগিব সি সচা। কুৰি শতিকাৰ ক্ষয়িষ্ণু পুঁজিবাদে অনা সমস্যাসমূহে প্ৰাচীন জড়তা আৰু অধিক জটিল আৰু গাঢ় কৰি তুলিছে। অসমৰ অৱস্থা আৰু শোচনীয়।

ইয়াৰ অনগ্ৰসৰতা হিংস্ৰ বা শান্তিপূৰ্ণ বিপ্লৱৰ পথত ভাওৰ হেঙাৰ। মাৰ্ক্সবাদ বুলিলেই হিংস্ৰতাৰ বৈপ্লবিক হিংসাত জীৱন বোধ থাকে। গোষ্ঠি পোৱা, জ্ঞান জিজ্ঞাসা বা যুক্তিপূৰ্ণ বিতৰ্কৰ প্ৰতি অসহিষ্ণু হোৱা, পৰিবেশত সঠিক বিপ্লৱৰ পথ নিৰ্মাণ সহজ নহয়। বামপন্থী সংস্কৃতি বা ৰাজনীতিৰ প্ৰকৃত অৰ্থত জন সম্পৰ্ক নেথাকিলে আৰু ন্যস্তস্বাৰ্থৰ কৌশল ওফৰাই জাতীয় ঐক্যৰ ভেটি ৰচনা কৰিব নোৱাৰিলে পৰিবেশ সৃজনি কৰিব নোৱাৰি। ৰাভাই এই কথা বুজিছিল আৰু জন-সম্পৰ্ক তেওঁৰ বিপ্লৱী ৰাজনীতিৰ এটা ঘাই অংগ আছিল। জাতীয় সমস্যাৰ সমাধান, বিভিন্ন বামপন্থী দলৰ ঐক্য—এইবোৰ কথা লৈ তেওঁ চিন্তা কৰিছিল, কিয়নো এইবোৰ সমস্যাৰ সন্তোষজনক সমাধান নহলে ভাৰতৰ তথা অসমৰ ভবিষ্যত অন্ধকাৰ হৈয়ে ৰ'ব। বিপ্লৱৰ পাছৰ চোভিয়েতৰ দৰে জাতীয় সমস্যা সমাধানৰ কথা কোৱা নাই, বৰ্তমান অৱস্থাত পাৰস্পৰিক মৰ্য্যাদাৰ ভেটিত অসমৰ বিভিন্ন জনগোষ্ঠী বিপ্লৱৰ পথত কেনেকৈ সহযোদ্ধা হ'ব পাৰে তাৰ কথাহে কব খুজিছোঁ। ৰাভাই এই কথা উপলব্ধি কৰিছিল কাৰণেই সমন্বয়ৰ কথা কৈছিল। বুৰ্জোৱাৰ চাতুৰ্য্য সত্বেও এদিন এই ব্যৱস্থা যে ধ্বংসপ্ৰাপ্ত হ'ব আৰু নৰকৰ যন্ত্ৰণা সহিও দৰিদ্ৰ জনসাধাৰণে যে এদিন ভবিষ্যত ৰচনা কৰিব—এই সত্য বহুতে বুজি বৰ্তমান সম্বন্ধে মোহমুক্ত হয়, কিন্তু সক্ৰিয় আৰু বাস্তৱ পদক্ষেপৰ অভাৱত আকৌ ব্যৱস্থাটোৰ মায়াজালত পৰি নৈৰাশ্য আৰু হতাশাৰ চিকাৰ হয়। ৰাভাৰ ক্ষেত্ৰত এনে হোৱা নাছিল। তেওঁ শেহলৈকে দলৰ সভ্য হৈ আছিল। নৰিয়া-পাটীৰ পৰা লিখা চিঠিখনেই তাৰ প্ৰমাণ। এই প্ৰচণ্ড আশাবাদেই তেওঁৰ চৰিত্ৰৰ ঘাই লক্ষণ। কেৰিয়াৰিষ্ট আকাংক্ষাৰ পৰা মুক্ত হৈ সমকালীন বিৰুদ্ধ পৰিবেশতো নিজৰ এই আশাবাদী মানবীয় সত্বাক তেওঁ জীয়াই ৰাখিছিল—পৰিবেশৰ পাপ-পংকিলতাৰ প্ৰতি সজাগ হৈ।

মানুহৰ ওপৰত আস্থাশীল আৰু এটা সুন্দৰ ভৱিষ্যত সম্বন্ধেআশাবাদী হৈ তেওঁ অজ্ঞাতবাসৰ কণ্টকময় পথত ভৰি দিছিল আৰু জনতাৰ মাজলৈ সেই আশা, সেই স্বপ্ন কঢ়িয়াই নিছিল। নিজ দেশৰ আপামৰ জনতাৰ জীৱনলৈ সুন্দৰৰ চ'ল নমাই আনিব নোৱাৰি তেওঁৰ হৃদয় চাগে ক্ষত-বিক্ষত হৈছিল—সেই কথা আজি ভাবিলেও দুখ লাগে, কিন্তু তাৰ বাবেই তেওঁ অঘৰী হ'ল, তাৰ বাবেই অজ্ঞাতবাস খাটিলে, তাৰ বাবেই চৰকাৰী পীড়ন মূৰ পাতি ললে, তাৰ বাবেই সমকালীন বহুতৰে বিদ্রুপ আৰু 'উদাসীনতা সহ্য কৰিলে আৰু নাৰীৰ প্ৰেমকো একাষৰীয়াকৈ থ'লে। তেওঁ হিয়াৰ আমঠু জনতাৰ বুকুত আশ্ৰয় লৈছিল, মুক্তি আৰু কলা-নিৰ্মাণৰ সঁজুলি বিচাৰি। তেওঁৰ এই যন্ত্ৰণাবোধক বুজিবলৈ চেষ্টা কৰা আমাৰ কৰ্তব্য। অসমীয়া মানুহক বিচ্ছিন্নতাৰ পৰা সংঘবদ্ধতালৈ তেওঁ লৈ যাব খুজিছিল। বৰেণ্য শিল্পী ৰ'দাৰ সেই 'দা থিংকাৰ' জনৰ দৰেই তেওঁ সংঘবদ্ধতাৰ চিন্তা বুকুত বান্ধি ৰাইজৰ সেৱা কৰিছিল। ৰাভাৰ ৰাজনীতিৰ মূলত যি যন্ত্ৰণাবোধ আছিল, তাক যিদিনা অসমৰ বিভিন্ন জনগোষ্ঠীয়ে হাড়ে হাড়ে উপলব্ধি কৰিব, সেইদিনাহে তেওঁক স্মৰণ কৰা সাৰ্থক হ'ব। ন'হলে সম্প্ৰতি আমি যি সাংস্কৃতিক, সামাজিক আৰু ৰাজনৈতিক পৰিৱেশত সোমাইছোঁহি, সেই পৰিবেশত ৰাভাৰ স্মৃতি বিস্মৃতিত পৰিণত হ'বলৈ বেছি সময় নেলাগে।

মাৰ্ক্সবাদ গ্ৰহণ কৰিলেও, ৰাভা মাৰ্ক্সবাদৰ তাত্ত্বিক আছিল বুলিব নোৱাৰি। পৰিস্থিতি বিশ্লেষণ আৰু তাত্ত্বিক আলোচনাৰ বাবে সেই সময়ত অসমত কিতাপ-পত্ৰবো অভাৱ আছিল। প্ৰথম অৱস্থাত তেওঁ মাৰ্ক্স, গান্ধী আৰু শংকৰী আদৰ্শৰ সাযুজ্য অনুভৱ কৰিছিল ; পিছলৈ তেওঁৰ এই চিন্তাৰ ত্ৰুটি দেখা পাইছিল আৰু মাৰ্ক্সবাদ-লেনিনবাদেই তেওঁৰ চকুত, অস্থিৰ শিল্পী জীৱনলৈ

সাগৰ সঙ্গমৰ পূৰ্ণতা আৰু গভীৰতা আনিছিল বুলি উপলব্ধি কৰিছিল। চিন্তাৰ ক্ষেত্ৰতো তেওঁৰ এই উত্তৰণ ঘটিছিল বুলি আমি ধাৰণা কৰিব পাৰোঁ। অভিজ্ঞতাই তেওঁক এনে পৰিণতিৰ পিনে লৈ গৈছিল। এনে পৰিণত অভিজ্ঞতাৰেই তেওঁ অসমৰ বিভিন্ন জনগোষ্ঠী সমূহৰ সমন্বয় বিচাৰিছিল। তেওঁৰ প্ৰগতিৰ পৰিকল্পনাত জনগোষ্ঠী সমূহৰ ঐক্য আৰু সমন্বয় অন্যতম ঘাই চৰ্ত। ই মাৰ্ক্সবাদ সম্মত। তেওঁ কৈছে:

"পৰস্পৰৰ ভিতৰত অকৃত্ৰিম আৰু আন্তৰিক শ্ৰদ্ধা ৰাখি কালৰ ৰথৰ চকাত অগ্ৰগতিৰ তালে তালে প্ৰগতিৰ অসীম বাটেদি অগ্ৰসৰ হোৱা উচিত।"

ইয়াত অকৃত্ৰিম আৰু আন্তৰিক শব্দ দুটাৰ ওপৰত জোৰ দিয়া হৈছে। প্ৰকৃত বিবেকবান সকলেহে এনে অকৃত্ৰিমতা আৰু আন্তৰিকতাৰ কথা ক'ব পাৰে। ৰাভাই বিচাৰিছিল, সকলো পাপ-প্ৰৰোচনাৰ পৰা অসমৰ মানুহ মুক্ত হৈ সমন্বয়ৰ ঘৰ নিৰ্মাণ কৰক। অসমৰ মানুহ জ্ঞান-পিপাসু, সংস্কৃতি-সম্পন্ন আৰু এটা বস্তুনিষ্ঠ মনৰ অধিকাৰী হওক—এই ধাৰণাৰেই তেওঁ মানুহৰ কাষলৈ গৈছিল আৰু যথাশক্তি উদ্বুদ্ধ কৰিছিল। নৃতাত্ত্বিক চৰ্চাৰে তেওঁ অসমৰ আদিম ইতিহাস আমাৰ আগত দাঙি ধৰি অসমীয়া-সংস্কৃতিৰ মূলত যে জনজাতীয় উপাদান প্ৰচুৰ তাক দেখুৱাই দিছিল। এই প্ৰচেষ্টা বিজ্ঞানসম্মত বিশ্লেষণ হয়তো নহয়; কিন্তু ইয়াৰ মাজেদি তেওঁৰ জ্ঞান-পিপাসা জাতিৰ ভৱিষ্যত সম্বন্ধে উদ্বিগ্নতা, আৰু ইতিহাস-বোধ প্ৰকট হৈছে। আমি ইতিহাস পঢ়োঁ, কিন্তু আমাৰ ইতিহাস বোধ নাই। জীৱন আৰু ইতিহাসৰ যে ওতঃপ্ৰোত সম্বন্ধ, সেই বিষয়েও তেওঁ আমাক সচেতন কৰি গৈছে।

ৰাজনীতিৰ প্ৰয়োজনতে অৰ্থাৎ এটা সুন্দৰ ভৱিষ্যত নিৰ্মাণৰ বৈপ্লৱিক প্ৰয়োজনতে তেওঁ শিল্প-চৰ্চা কৰিছিল। শিল্পী কোন? ৰাভাই কৈছিল: "নিম্ন মধ্যবিত্ত ব্যক্তিৰ আশা-আকাংক্ষা বা আত্মাজ্ঞৰ ৰূপটোৰেই শিল্পী নহয়—আত্ম প্ৰকাশেই শিল্পীৰ

লক্ষ্য নহয়। জনতাৰ প্ৰাণ-স্পন্দন কলাত ফুটাই তোলা জনহে শিল্পী।" এই আপুৰুগীয়া জনতা প্ৰীতিৰ বাবেই তেওঁ সাম্ৰাজ্যবাদী জাপানীসকলৰ আক্ৰমণত কৌটিকলীয়া অসমৰ সাংস্কৃতি ধ্বংস-প্ৰাপ্ত হ'ব বুলি আশাংকা কৰিছিল। জন-সংস্কৃতিৰ পক্ষ লৈয়েই তেওঁ ত্ৰিপুৰাৰ ৰাজসভাৰ নিমন্ত্ৰণকো হেলাৰঙে প্ৰত্যাখ্যান কৰিছিল। মৃত্যুৰ আগে আগে জীয়া গাভৰুৰ পাৰৰ আদিবাসী আৰু জনজাতীয় ৰাইজৰ ভূমি সমস্যাৰ একো কৰিব নোৱাৰি দুখ প্ৰকাশ কৰাৰ মূলতে আছিল গভীৰ জনতা প্ৰীতি। এই মানুহবোৰেই আলফুলে সাচি থৈছে কাউতিযুগীয়া সাংস্কৃতিৰ মৌ কোঁহ। তোমোৰাৰ দৰে এই লোক-কলাৰ ৰস আহৰণ তেওঁৰ জীৱনৰ আন এটি উদ্দেশ্য আছিল।

বস্তুবাদী হৈও, বস্তুবাদী যুক্তি নিষ্ঠাৰে পৰিস্থিতি বিশ্লেষণৰ ধৈৰ্য্য তেওঁৰ নাছিল, ঠিক সেইদৰে সৃষ্টিধৰ্মী ৰচনাৰ ক্ষেত্ৰতো এনে ধৈৰ্য্যহীনতাৰ আভাস নথকা নহয়। কোনো কোনো ক্ষেত্ৰত বৈপ্লবিক সফলতাৰ দুৱাৰ যেন সহজেই উন্মুক্ত হৈছে—যিটো বাস্তৱত সম্ভৱ নহয়। মুক্তিৰ প্ৰচণ্ড আবেগ-স্ৰোতত উটি গৈ তেওঁ শিল্প নিৰ্মাণৰ (বিষয় বস্তু আৰু আংগিকৰ সামঞ্জস্যপূৰ্ণ প্ৰয়োগ) আপেক্ষিক স্বতন্ত্ৰতা উপেক্ষা কৰিছিল আৰু তাৰ ফলস্বৰূপে যাই সামাজিক দ্বন্দৰ অন্তৰালত থকা অন্যান্য আনুষংগিক দ্বন্দৰ প্ৰতি সজাগ নহ'ল। ইয়াৰ বাবে ৰাভা সম্পূৰ্ণ দায়ী নহয়। অনুশীলন আৰু প্ৰযত্ন তেওঁৰ নাছিল, এই কথা সচা, কিন্তু সেইসময়ত আমাৰ ইয়াত মাৰ্ক্সবাদী নন্দনতত্ত্ব সম্পৰ্কে আলোচনাৰ অভাৱ আৰু সমাজ সচেতন সৃষ্টিধৰ্মী ৰচনাৰ ঐতিহ্যৰ অনুপস্থিতিও এইবাবে জগৰীয়া। তদুপৰি, ৰাভাৰ কল্লোলময় যাযাবৰী জীৱনটোৱেও তেওঁক সৃষ্টিৰ বাবে প্ৰয়োজনীয় চিন্তা আৰু সংবেদনাৰ সাৰ্থক সমন্বয়ৰ সময়-সুযোগ দিয়া নাছিল। কলাকৃষ্টিৰ বাবে শিল্পীক নিৰ্জনতাৰ প্ৰয়োজন আছে (কডৱেল কথিত পেৰেডক্স অৱ

আৰ্ট স্মৰণীয়)। নিৰ্জন পৰিবেশত কল্লোলে আহি ভোমোৰাৰ দৰে গুণ গুণায় শিল্পীৰ তেজ-অশ্ৰু ঘামত মিহলি হৈ শব্দৰ ইমেজত প্ৰকাশ পায়। এই প্ৰক্ৰিয়াৰ বাবে বাভাৰ সময় আছিল তাকৰ। যেতিয়াই তেওঁ বিৰল মুহূৰ্ত পাইছিল, তেতিয়াই তেওঁৰ স্মৃতিও হৈছিল আকৰ্ষণীয় আৰু স্বকীয় লিৰিকেল প্ৰতিভাৰে জলমল। গীতবোৰত এই প্ৰতিভাৰ প্ৰকাশ ফৰিংফুটা। সংগীত গুণী স্বভাৱেৰে তেওঁ নিজে সুৰৰ জিজিৰি পিজ্ঞি আনকো সুৰেৰে উদ্বুদ্ধ কৰিব পাৰিছিল। প্ৰায় ত্ৰিশ একত্ৰিশখন ছবিও তেওঁ আঁকিছিল বুলি শুনিছো, আমি নিজে দেখা নাই। এইবোৰত শৈল্পিক দক্ষতা কিমান সেইকথা কলা সমালোচকে ক'ব। তেওঁৰ 'মেৰেইজ প্ৰচেছন'ৰ দৰে ছবিৰ সীৰলুৰ বেটুপাতত ওলোৱা) মূৰ্তিবোৰৰ বিভিন্ন ভংগিমাত অসমৰ লোক-জীৱনৰ সৰীয়া আনন্দ প্ৰকাশ পাইছে যেন লাগে। 'মুক্তি দেউল'ৰ পৰিকল্পনাত এটা সহজ স্বচ্ছন্দ গতি অনুভৱ কৰিব পাৰি। কৃষ্টি-সম্পৰ্কীয় ভাষণৰ বস্তুনিষ্ঠতা আকৰ্ষণীয়। তেওঁ জনতাৰ প্ৰাণ-স্পন্দনৰ কথা কৈছিল। এইষাৰ কথা প্ৰকৃত শিল্পীয়েহে ক'ব পাৰে। অসমৰ বিভিন্ন জনগোষ্ঠীৰ আশা-আকাংক্ষা হৰ্ষ-বিষাদৰ খবৰ জানিবলৈ তেওঁৰ আগ্ৰহ আছিল অপৰিসীম। আৰ্য্য-সংস্কৃতিৰ অন্তৰ্ভুক্ত হ'লেও অসমৰ জনজাতিসকলৰ দেহবাদী ঐন্দ্ৰজালিকতাত নিহিত বস্তুনিষ্ঠতাৰ প্ৰতি তেওঁ অধিক মনোযোগ দিছিল। তাৰ কাৰণ, এটা বিজ্ঞান-সম্মত, যুক্তিনিষ্ঠ, জ্ঞানান্বেষী আৰু বস্তুনিষ্ঠ জীৱনৰ সম্ভাৱনা তাতেই লুকাই আছিল। জনজাতীয় সমাজৰ ঐহিকতা, যৌথবুদ্ধি, অনাবৃত্তি, অকপটতা প্ৰাণ-চাঞ্চল্য আৰু সবল জীৱন-বোধ তেওঁ নিজেও আহৰণ কৰি লৈছিল। এইবোৰ সাংস্কৃতিক মূল্যবোধ প্ৰকৃত গণতন্ত্ৰ আৰু মানবতাবাদৰ ভেটিত গঢ় লোৱা আধুনিকতাৰ সমল হ'ব পাৰে। ক'বলৈ গ'লে, এনে আধুনিকতাৰে তেওঁ আছিল প্ৰতিনিধি। শংকৰী-সংস্কৃতিত গণতান্ত্ৰিক সমন্বয়ৰ যি আভাস আছিল, তাৰ প্ৰতিহে তেওঁ বেছিকৈ আকৃষ্ট হৈছিল।

তেওঁৰ ৰচনাৰাজিৰ বিচাৰত কেৱল সাহিত্যিক দিশটো চালেই নহ'ব, ব্যক্তিগত আৰু পৰিবেশগত মূল্যায়নো এই প্ৰসংগত প্ৰয়োজনীয়। ৰাজনীতি আৰু সংস্কৃতিৰ সমন্বয় সাধন তেওঁৰ উদ্দেশ্য আছিল—তেওঁ সফল হ'ল নে বিফল হ'ল এই কথা ভাবি চাবলৈও তেওঁৰ আহৰি নাছিল। তদুপৰি, ৰাজনৈতিক কাৰ্যকলাপ, গণ-নাট্যসংঘৰ কাম, অজ্ঞাতবাস, কাৰাবৰণ, নজৰুলী ধৰণৰ মজলিচ্‌, প্ৰীতি, অভিনয় চিনেমা, গীত-নাট বাণীবদ্ধ কৰাৰ ব্যস্ততা, জীৱিকাৰ বাবে লাভহীন ব্যৱসায়, বিভিন্ন সভা-সমিতিত অংশ গ্ৰহণ—এয়ে আছিল তেওঁৰ জীৱন। ইয়াৰ উপৰিও, তেওঁ উত্তৰ পুৰুষকো মত্ত দি সংস্কৃতিবান মানুহ উলিয়াবলৈ যত্ন কৰিছিল। ভূপেন হাজৰিকাৰ দৰে স্বনামধন্য গায়ক ৰাভা-জ্যোতিপ্ৰসাদৰ আশীৰ্বাদেৰে পুষ্ট। 'ত্ৰিশঙ্কু'ৰ প্ৰস্তাৱনা সংখ্যাত বিষ্ণুৰাভাৰ শিষ্য দুজন নৃত্য-শিল্পীৰ দুৰৱস্থাৰ কথা উল্লেখ কৰা হৈছে। এইবোৰৰ পৰা তেওঁৰ অস্থিৰ আৰু কল্লোলময় জীৱনৰ আভাস পোৱা যায়। এই কৰ্ম ব্যস্ততাৰ মাজত উদ্ভাৱনা শক্তি, পৰিমিতিবোধ, সংযম, পৰিশীলতা —এনেবোৰ শৈল্পিক গুণৰ অভাৱ হোৱাটো একো আচৰিত নহয়। ৰাজনীতি শিল্পৰ বীজ, সি নিজেই শিল্প নহয়। শিল্পৰ স্থায়ী মূল্য আছে। এনেবোৰ শৈল্পিক ভাবনা ৰাভাৰ নাছিল বুলি ক'বৰ সত নেযায়, কিয়নো কোনো কোনো ক্ষেত্ৰত এইবোৰৰ পৰিচয় পোৱা যায়। তৎকালেই মানুহক উদ্বুদ্ধ কৰাৰ প্ৰয়োজন-বোধ এটাও তেওঁৰ আছিল যেন লাগে। যি কি নহওক, ৰচনাবোৰত তেওঁৰ অন্তৰৰ অকপট সুবাস আৰু জীৱন-নিৰ্মাণৰ বলিষ্ঠ উত্তাপ লাগি আছে। সেই ফালৰ পৰা এইবোৰৰ মূল্য আছে।

বেলি, পৃথিৱী আৰু বতাহ যেনেকৈ সকলোৰে কাৰণে, বিষ্ণু ৰাভাৰ জীৱনৰ জেউতিও আমাৰ সকলোৰে বাবে। তেওঁ কোনো গোষ্ঠীৰ নহয়। তেওঁ নিঃসংগ কল্পাৰসিকো নহয়, তেওঁ থে যোৱা গণতান্ত্ৰিক মানৱতাবাদী ঐতিহ্যই আমাক উমাৰময়না অসমীয়া

হৈও বিশ্বৰ ছন্দে ছন্দে নাচিবলৈ প্ৰেৰণা দিয়ে। তেওঁৰ উচ্চতাই আমাৰ নীচতাক উদঙাই দেখুৱায়, তেওঁৰ অম্লিষ্ট উজ্জ্বল স্বপ্নৰ শৰীৰে আমাক অভিভূত কৰে। সংকাৰ্মা ট্ৰেজেডিয়েই যে মানবিক আৰু তাৰ মানবীয় উত্তৰণো যে সম্ভৱ—এই উপলব্ধিয়েই তেওঁৰ জীৱনৰ সাৰ কথা। ৰাজনীতিৰ ক্ষুৰধাৰ দুৰ্গম পথ অতিক্ৰম কৰিবলৈ যি সুস্থ, সঠিক সংগঠনৰ প্ৰয়োজন তাৰ অভাৱত পিছুলি পৰিছিল সচা, কিন্তু জাতীয়তাবোধ আৰু আন্তৰ্জাতিকতাবোধৰ সমন্বয় সাধনৰ যি উদ্বিগ্নতা লৈ তেওঁ অনাই-বনাই ফুৰিছিল, সেই উদ্বিগ্নতাক আমি আমাৰ জীৱনৰ অংশ কৰিব পাৰিলেহে ৰাভাৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা জনোৱা হ'ব। এই বাবেই, তেওঁ কৰ্কশ কণ্ঠেৰে স্বাধীনতাৰ গান গাইছিল। এজন চীনা কবিৰ ভাষাৰে তেওঁ যেন আমাক ৰিঙিয়াই কৈছে ঃ

স্বাধীনতাহীন সেই মাহবোৰ আৰু বছৰবোৰত
কৰ্কশ কণ্ঠেৰে
মই গান গালো স্বাধীনতাৰ
মই পীড়িত মানুহ, আৰু মই গান গাওঁ মুক্তিৰ...
( আই কুইং )

এহাতে শাস্ত্ৰাচাৰ আৰু অবাঞ্চিত ঐতিহ্যৰ গড্ডল প্ৰবাহ, শোষণ পীড়ন-দমনৰ চয়তানী ফান্দ, আৰু আনহাতে ইলেকট্ৰনিকচৰ প্ৰচণ্ড আহ্বান—ইয়াৰ মাজত মুক্তিৰ তপস্যা সহজ নহয়। গণমুক্তিৰ প্ৰহৰী ৰাভাই মাটিৰ মনুষ্যত্বক জীয়াই তুলিব খুজিছিল, সৰ্বশক্তিৰে, তেওঁ ভাবিছিল, জনসাধাৰণ অজ্ঞতাৰ বেহৰ পৰা ওলাই আহিলে ৰাতিৰ গৰ্ভতো মনুষ্যত্বৰ ফুল ফুলিব।

সামৰণিত কওঁ, বিষ্ণুৰাভা সমন্বয়ৰ প্ৰতিভূ। আজিৰ দৃষ্টিৰে আমি তেওঁৰ দুৰ্বলতাখিনি আঁতৰাই থৈ গুণখিনিহে বিচাৰিব লাগিব। ব্যক্তিগত সুখ-স্বাচ্ছন্দ্যলৈ কেৰেপ নকৰা, জীৱন বিপন্ন কৰিব পৰা সাহসৰ অধিকাৰী, অফুৰন্ত প্ৰাণৰ প্ৰতীক এই মানুহজনে অভিশাপ-

গ্ৰস্ত অসম মাতৃৰ সংশয়, যন্ত্ৰণা অস্থিৰতা, অতৃপ্তি আৰু বিহ্বলতা নিজৰ বুকুত বহন কৰি লৈ ফুৰিছিল। তেওঁৰ জীৱন আৰু কৃতি তাৰেই স্বাক্ষৰ। তীব্ৰ আবেগ, ক্ৰোধ, ঘৃণা, প্ৰেম, বন্ধুতা, শত্ৰুতা আদি পৰস্পৰ বিৰোধী মূল্যবোধ বিশিষ্ট এই ব্যক্তিত্বৰ মাজত মূৰ্ত হৈছিল অসমৰ জন-জীৱনৰ আশা-আকাংক্ষা। এই বিশাল দায়িত্বৰ মাজত অমূৰ্ত সম্ভাৱনা সত্ত্বেও তেওঁৰ কাম অসম্পূৰ্ণ হৈ ৰ'ল। তেওঁৰ জীৱন-কাহিনী যাত্ৰা বা সংকটবিজয়ী সাধনাৰ ইতিহাস। অসমৰ মাটিত এই ইতিহাস অক্ষয় শক্তি হৈ জিলিকিব নে? আমি আশাবাদী। কাৰণ, মানুহৰ ওপৰত বিশ্বাস হেৰুওৱাটো পাপ।

ধুমুহাৰ পখী বিষ্ণুৰাভাক অৰসিক মৃত্যুৱে বোবা কৰিব নোৱাৰে। পখীৰ গান ধ্বনিত হৈ থাকিব অসমৰ গাৱেঁ-ভূঞে, নগৰে-চহৰে — যেতিয়ালৈকে আকাশ অন্ধকাৰ নহয়, যেতিয়ালৈকে স্বপ্নৰ মুক্তি দেউল ৰচিত নহয়। লক্ষ্য যাৰ ধ্ৰুৱ, তেওঁৰ ব্যৰ্থতা এৰিলেও, মাটিৰ খোপনি এৰিব নোৱাৰে। ক'ত তেওঁৰ সিদ্ধি এই জিজ্ঞাসাই তেওঁক অমৰ কৰিবই। ৰাভাৰ জীৱন আৰু কৃতিয়ে আমাক এই কথাকে শিকাইছে। আমি মাত্ৰ মুকলি মন লৈ তেওঁৰ উত্তম প্ৰত্যয় সম্বন্ধে বিচাৰ কৰা উচিত।

ৰূপনগৰ
গুৱাহাটী-২৯
১।১১।৮৫

নলিনীধৰ ভট্টাচাৰ্য

# প্ৰবন্ধ



...... গান, নাচ, কাব্য, শিল্প দৰ্শন, ধ্যান-ধাৰণাই নাইবা আচাৰ অনুষ্ঠান ভদ্ৰতা শিষ্টাচাৰ, নীতি-নিয়মেই আচলতে কৃষ্টি বা সংস্কৃতি বা কালচাৰ নহয় ; দৰাচলতে বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি, জীৱন যাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেয়েহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি বা Real Cultural জীৱন যাত্ৰাৰ ঘাত-প্ৰতিঘাতত কৃষ্টিৰ ৰূপান্তৰ হয়, — সেই ৰূপান্তৰিত সংস্কৃতিৰ আলম লৈ জীৱন-যাত্ৰাও প্ৰগতিৰ বাটেদি আগুৱাই যায়। গতিকে জীৱন-যাত্ৰাৰ লগত কৃষ্টি সংস্কৃতি ওতঃপ্ৰোতঃভাবে জড়িত। যি জাতিৰ কৃষ্টি-সংস্কৃতি প্ৰগতিশীল নহয়, স্থিতিশীল সেই জাতিৰ জীৱন-যাত্ৰাও ধীৰ-স্থিৰ হয়।

ৰচনাৱলী ( পৃ: ৩১৪ ) বিষ্ণুপ্ৰসাদ ৰাভা

# বিষ্ণু ৰাভা ঃ খোজৰ চিন

—তিলক হাজৰিকা

অসমীয়া সমাজৰ তিনিজন পুৰুষক লৈ সমকালীন সময়ত যিমান আগ্ৰহ, অনুসন্ধান আৰু অধ্যয়নৰ সঞ্চাৰ হৈছে, তাৰ তুলনা বিৰল। সেই তিনিজন পুৰুষ হৈছে—শংকৰদেৱ, জ্যোতি প্ৰসাদ আৰু বিষ্ণু ৰাভা। কালৰ ধুমুহাই একো একোটা সময়ত আহি খিতাপি লৰ'াই দিয়েহি। প্ৰায় দুশ বছৰৰ মূৰত সেই কালৰ ধুমুহাই পুনৰ আহি যেতিয়া অসমীয়া জাতীয় জীৱনৰ ভেটি কঁপাই দিছেহি, তেতিয়া এই কেইজন অসমীয়া মানুহক উভতি চোৱাৰ প্ৰয়োজন সকলোৱে অনুভৱ কৰিবলৈ লোৱা দেখা গৈছে। এই প্ৰয়োজনটো অকল তেওঁলোকক চিনাৰ নহয়, অসমৰ মানুহে নিজকে চিনাৰো। এই তিনিজনৰ মাজতে যে অসমীয়া জাতিৰ, অসমীয়া জীৱনৰ, অসমীয়া মনৰ আৰু অসমৰ আত্মাৰ তত্বটো সোমাই আছে, তাক আজি অসমৰ মানুহে বুজিবলৈ ধৰিছে। সেই কাৰণেই এই অনুসন্ধান আৰু অধ্যয়নৰ অধিকতৰ স্পৃহা ক্ৰমে বাঢ়িবলৈ ধৰাটো আমি দেখিবলৈ পাইছো। এই স্পৃহা নতুন পুৰুষ বা নবীন সমাজৰ মাজতেই সৰ্বাধিক। তেওঁলোকে অনুভৱ কৰিছে যে এওঁলোকেইহে অসমীয়া মানুহৰ ভূত, বৰ্ত্তমান আৰু ভবিষ্যতৰ পথৰ সঠিক সন্ধান দিব পাৰে।

আমি আজি আলোচনা কৰিবলৈ লৈছো বিষ্ণু প্ৰসাদ ৰাভাৰ বিষয়ে। কিন্তু তেতিয়াও আমি জ্যোতিপ্ৰসাদ আৰু শংকৰদেৱক এৰাই আহি ভিন্ন দৃষ্টিৰে ৰাভাৰ আলোচনা সম্পূৰ্ণ কৰিব নোৱাৰো। অসমীয়া এটা সাধনা আৰু স্বপ্নৰ ঐতিহ্যপূৰ্ণ আৰু স্বতন্ত্ৰীয়া পৰম্পৰাৰ এই তিনিওজনেই একোৰ ৰূপ ধৰি আনজন দ্ৰষ্টা কিম্বা ধ্যানস্থ

পুৰুষ। প্ৰত্যেকৰেই দুটা সাংস্কৃতিক আৰু ৰাজনৈতিক চিন্তাৰ দিশ আছে, যাৰ বাবে আজি তেওঁলোক নমস্য হৈ পৰিছে। এই ৰাজনীতি সাধাৰণ অৰ্থৰ স্থূল ৰাজনীতি নিশ্চয় নহয়, ই হৈছে এটা সমাজ-দৰ্শন; তিনিওজনেই সাংস্কৃতিক আৰু ৰাজনৈতিক বিপ্লৱৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল তাৰ বাবে অগ্ৰণী হৈছিল। শংকৰদেৱে বাট কাটি থৈ গৈছিল, বাকী দুজনে অনুগমন কৰিছিল। অসমত শংকৰদেৱৰ আগতেই এটা জাতি গঠনৰ প্ৰক্ৰিয়া নিশ্চয় আৰম্ভ হৈছিল আৰু স্বাভাৱিক ভাৱেই এটা জাতিৰ সংগঠনৰ লগে লগে সাংস্কৃতিক স্বকীয়তাই ৰূপ লবলৈ ধৰাটোও সঁচা। কিন্তু শংকৰদেৱৰ আবিৰ্ভাৱৰ পিচত এই প্ৰক্ৰিয়াসমূহৰ এটা নিৰ্দ্দিষ্ট বৈপ্লৱিক ৰূপ আহি দেখা পালো। তেতিয়াই আধুনিক বৃহৎ অসমীয়া জাতীয় জীৱনৰো সূত্ৰপাত হ'ল। এই চলমান জাতীয় জীৱনটোত আজি যেতিয়া সংকট উপস্থিত হৈছে তেতিয়া স্বাভাৱিকতে শংকৰদেৱৰ সেই বৈপ্লৱিক সোঁতটো প্ৰবাহিত কৰি ৰাখিবলৈ আহ্বান জনোৱা জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাক সকলোৱে জানিবলৈ আৰু বুজিবলৈ বিচাৰিছে। এই দুজন মানুহৰ মাত্ৰ নাম দুটাই সৃষ্টি কৰা সম্মোহনৰ তুলনা সঁচাকৈ বিৰল। কিন্তু লক্ষ্য কৰিবলগীয়া যে এই বিপ্লৱী আৰু বিদ্ৰোহী শিল্পী দুজনক লৈ আটায়ে টনা-আজোৰা লগাবলৈ ধৰাত কেতিয়াবা তেওঁলোক হৈ পৰিছে ৰজাঘৰীয়া শিল্পী, কেতিয়াবা হৈ পৰিছে মাথোন শিল্পসৰ্বস্ব শিল্পী, কেতিয়াবা হৈ পৰিছে উগ্ৰ জাতীয়-তাবাদৰ অন্ধ প্ৰচাৰক শিল্পী। সেইদৰে পৰিস্থিতিৰ চাহিদা অনুসৰি তেওঁলোকক ব্যৱহাৰ কৰা হৈছে ৰাজনৈতিক শিল্পী হিচাপেও। সকলোৱেই জানে, আৰু বেছিকৈয়ে জানে যে জ্যোতিপ্ৰসাদে জুই জ্বলোৱা ভাষাৰ অগ্নিমন্ত্ৰ লুইতৰ পাৰে পাৰে বৰ্ষণ কৰি গ'ল আৰু বিষ্ণু ৰাভাই হাতত ষ্টেনগান লৈ বিপ্লৱৰ গান গাই গ'ল। তেওঁলোকৰ প্ৰতি সহজ সম্মোহন কাৰণো যেন এইটোৱেই! কিন্তু বিপ্লৱ মানেই যদি সংহাৰ কৰাটোকে বুজায় তেনেহলে এই দুজন বিপ্লৱী তেনেই অকামিলা আছিল। কাৰণ জুই সুৰীয়া জ্যোতিপ্ৰসাদে ইমান সুবিধা

পায়ো লুইতপৰীয়া ডেকা ল'ৰাবোৰৰ হতুৱাই তেজ উতলাই ক'তো জুই লগাই নুফুৰিলে আৰু কাঙ্কৰ জোলোঙাত ষ্টেনগান ওলোমাই ফুৰা বিষ্ণু ৰাভায়ো কতো এটাও গুলী নুফুটালে। জুই আৰু বন্দুকৰ স্থূল বিপ্লৱৰ প্ৰয়োজন তেওঁলোকৰ নাছিলো। বিপ্লৱ আছিল তেওঁলোকৰ দৃষ্টিত আৰু ভাৱনাত; আৰু সেইবাবেই তেওঁলোক আছিল বিপ্লৱীতকৈও আগধৰি বিদ্ৰোহী। তেওঁলোকৰ এই বিদ্ৰোহ আছিল সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক প্ৰমূল্যৰ বিৰুদ্ধে।

এই দুজন বিপ্লৱী শিল্পীৰ ভিতৰত জ্যোতিপ্ৰসাদতকৈও যেন ৰাভাৰ জীৱন কাহিনী সৰ্বসাধাৰণৰ বাবে বেছি ৰহস্যময়। ইয়াৰ প্ৰথম কাৰণটো হব পাৰে যে এজন স্ৰষ্টা জীৱিত হৈ থাকে তেওঁৰ সৃষ্টিৰ সময় সমূহৰ মাজত। সেই সময়সমূহৰ অভাৱ বা হানি হলে স্ৰষ্টাজন লাহে লাহে কিম্বদন্তিলৈ ৰূপান্তৰিত হয়। জ্যোতিপ্ৰসাদৰ সৃষ্টি, তেওঁৰ ৰচনাৱলী, তেওঁৰ সম্পূৰ্ণ দৃষ্টিভঙ্গী ইত্যাদিবোৰৰ মাজত তেওঁক সঠিকভাবে বিচাৰি পাবলৈ আছে। কিন্তু বিষ্ণু ৰাভাৰ বেলিকা সেইটো অসম্পূৰ্ণ বাবে, অথচ তেওঁৰ এটা বিপ্লৱী শিল্পী সত্বা সৰ্বত্ৰ অনুভূত হৈ থকা বাবে তেওঁক কোনো কোনো ক্ষেত্ৰত কিম্বদন্তিলৈ ৰূপান্তৰিত কৰা হৈছে। ইয়েই সাম্প্ৰতিক বিষ্ণু ৰাভাৰ ৰহস্যক ঘনীভূত কৰাত সহায় কৰিছে আৰু তেওঁৰ প্ৰতি কৌতূহল বৃদ্ধি কৰিছে। ৰাভাক সঠিকভাবে জানিবলৈ আৰু বহলভাবে বুজিবলৈ তেওঁৰ সম্পূৰ্ণ ৰচনাসমূহ আমাৰ আগলৈ আহিব লাগিছিল। কিন্তু তাৰ আৰু কোনো সম্ভাবনা নাই।

জ্যোতিপ্ৰসাদৰ দৰেই ৰাভাৰ জীৱন-শিল্প সম্পূৰ্ণ দুটা ভাগত বিভক্ত—এটা সাংস্কৃতিক আৰু আনটো ৰাজনৈতিক। সাংস্কৃতিক দিশত দুয়ো অভিন্ন আৰু পৰস্পৰ সম্পৰ্কিত; বৰঞ্চ এজন আনজনৰ সম্পূৰক বুলিব পাৰি। সংস্কৃতি হৈছে জাতিৰ প্ৰাণ। সেই সংস্কৃতি কালৰ বুকুত পৰ্বতৰ দৰে বা পিৰামিডৰ দৰে থিয় দিয়ে। মাত্ৰ এই সাধাৰণ ধাৰণাটোকে কৰি লওঁ অসমীয়া সংস্কৃতিৰ বিষয়ে বৈপ্লৱিক ধাৰণা আৰু ভাৱনাৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদ আৰু বিষ্ণু

ৰাভাৰ সম্যক মূল্যায়ণ সম্ভৱ হয়। সংস্কৃতিৰ এই পৰ্বত বা পিৰামিদটোৰ মূধটোলৈ আঙুলিয়াই দিছিল জ্যোতিপ্ৰসাদে আৰু তলটোলৈ আঙুলিয়াই দিছিল বিষ্ণু ৰাভাই। জ্যোতিপ্ৰসাদে কৈছিল যে এটা জীৱন্ত সংস্কৃতি ৰূপান্তৰৰ মাজেদি আগবাঢ়ি গৈ গৈ এদিন সেই পৰ্বতটোৰ মূধটোৰ দৰে বিশ্বসংস্কৃতিত পৰিণত হব। আৰু সামগ্ৰিক মানুহৰ—কি ৰাজনৈতিক, কি সামাজিক, কি অৰ্থনৈতিক, সকলোৰেই ই হব সমন্বিত সংস্কৃতি। এইটোৱেই হব ভৱিষ্যতৰ সংস্কৃতি। জ্যোতিপ্ৰসাদৰ সাংস্কৃতিক উত্তৰণৰ মৰ্মবাণী হৈছে মই অসমীয়া, মই ভাৰতীয় আৰু মই বিশ্ব নাগৰিক। বিষ্ণু ৰাভাই উক্ত সংস্কৃতিৰ ওখ পৰ্বত বা পিৰামিদটোক জ্যামিতিৰ এটা ত্ৰিভূজৰ ৰূপত দেখা পাইছিল। যেনেকৈ এটা জ্যামিতিক ত্ৰিভুজ তাৰ ভূমি-সংলগ্ন এটা বাহুৰ ওপৰত থিয় হৈ থাকে, ঠিক সেইদৰেই উক্ত সংস্কৃতিৰ পৰ্বতটোও থিয় হৈ আছে ভূমিসংলগ্ন আধাৰৰ ওপৰত। সেই আধাৰটো হৈছে লোকশক্তিৰ আধাৰ; মাটিৰ মানুহ, তেওঁলোকৰ চেতনা, ধ্যান-ধাৰণা, জীৱন চৰ্চা আৰু তেজ-ঘামৰ আধাৰ। এই লোকশক্তি বিৰাট, বিস্তৃত আৰু প্ৰচণ্ড। জ্যোতিপ্ৰসাদে তেওঁৰ কল্পিত সংস্কৃতিক জয়গোসানীৰ হাঁহি থকা ৰূপত দেখিছে আৰু বিষ্ণু ৰাভাই দেখিছে নটৰাজৰ নাচৰ ৰূপত। চমুতে জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাৰ সাংস্কৃতিক বিপ্লৱৰ মূলমন্ত্ৰ এয়ে বুলিব পাৰি।

সংস্কৃতিৰ কলা কওঁতে আৰু ভাবোতে জ্যোতিপ্ৰসাদে যেতিয়া সংস্কৃতি বুজিছে, তেতিয়া বিষ্ণু ৰাভাই তাক কৃষ্টি বুলিহে কৈছে। ৰাভাই কৃষ্টি আৰু সংস্কৃতিক ভিন্ন ৰূপত গ্ৰহণ কৰা যেন ধাৰণা হয়। তেওঁ কোনো সময়ত অসমৰ কৃষ্টি বুলিছে আৰু ভাৰতৰ সংস্কৃতি বুলিছে। অসমৰ কৃষ্টিৰ তেওঁ আধ্যাত্মিক কৰ্ষণৰ প্ৰক্ৰিয়াৰ কথা কৈছে। বোধহয় এইটোৱেই তেওঁৰ জীৱন দৰ্শনো আছিল। ৰবীন্দ্ৰনাথে কৃষ্টিৰ সলনি সংস্কৃতি বুলিহে ব্যৱহাৰ কৰিছিল আৰু সেইদৰে জ্যোতিপ্ৰসাদেও। ৰবীন্দ্ৰনাথে কৈছিল যে সংস্কৃতি বোলোতে এটা বিশালতাৰ অনুভৱ আছে। জ্যোতিপ্ৰসাদে সেই বিশালতা আৰু

উচ্চতাকে সংস্কৃতিৰ শেষ লক্ষ্য হিচাপে গ্ৰহণ কৰিছে। ৰাভাই কৃষ্টি বুলি কওঁতে নিশ্চয় তাক সংকুচিত কৰি ৰখাৰ কোনো উদাহৰণ বা অনুভৱৰ কথা আমাৰ আগত নাই। কিন্তু তেওঁ মাটিৰ সম্পৰ্কক ইমান গভীৰভাৱে ধৰি ৰাখিছে যে সংস্কৃতিৰ ত্ৰিভুজৰ মুধটো যিমানেই ওপৰলৈ গৈ থাকিব তাৰ মাটিত পোত খোৱা খণ্ডা ভূমিবাহুভালেও সিমানেই বহল হৈ গৈ থাকিব। এই সম্পৰ্কটোৱেই হ'ল আধ্যাত্মিক সম্পৰ্ক। ৰাভাই কৈ গৈছে যে মাটি খোৱা মানুহেই সভ্যতাৰ সন্তান। ইয়াত জাতি-অজাতি, জনজাতি-অজনজাতি ইত্যাদিৰ বেলেগ মোহৰ নাই। এইসকল মাটিৰ সন্তানেই ধৰি ৰাখে আৰু কৰ্ষণ কৰে শিল্প-কলা, ভাব-চিন্তা, আশা-ভাষা, গীত-মাত — যাক ৰাভাই বুলিছিল কৃষ্টি। ইয়াৰে আধ্যাত্মিক চৰ্চা আৰু বিকাশৰ যিটো চলমান প্ৰক্ৰিয়া তাৰ মাজতেই তেওঁ চাবলৈ চেষ্টা কৰিছে অসমীয়া জাতিসত্তাৰ স্বৰূপটো।

বিষ্ণু ৰাভাৰ এই অনুসন্ধানত তেওঁৰ অসমৰ ইতিহাস সচেতনতালৈ লক্ষ্য কৰা যায়। এসময়ৰ অসমৰ আদিম অধিবাসী মিকিৰ অৰ্থাৎ কাৰ্বিসকল আৰু বড়োসকলে ক্ৰমাৎ নিজৰ অস্তিত্ব হেৰুওৱাৰ ঐতিহাসিক ঘটনা তেওঁৰ চকুত খুব স্পষ্ট আছিল। অসমৰ সমাজ বিৱৰ্তন আৰু সমাজ সংগঠনৰ বিশ্লেষণত তেওঁৰ এটা স্বতন্ত্ৰ দৃষ্টিভঙ্গী আছে। এই দৃষ্টিভঙ্গীৰেই তেওঁৰ ইতিহাস সচেতনতাই অসমৰ জনজাতি সমাজখনৰ প্ৰমূল্য আলোকিত কৰাত আমাক সহায় কৰিছে। অসমৰ সমগ্ৰ সমাজখনেই আচলতে জনজাতি প্ৰধান। অসমীয়া সংস্কৃতিও মূলতে জনজাতীয় কৃষ্টিৰ উত্তৰণৰ সংস্কৃতি। অসমৰ এই বৃহৎ সমাজখন ভূমি অধিকাৰী, মহাজন শ্ৰেণীৰ হাতত পৰি কেনেকৈ সৰ্বস্বান্ত হৈ নিঃশেষ হৈছে, তাৰ স্পষ্ট ধাৰণা তেওঁৰ আছিল। এই চৰম দাৰিদ্ৰৰ সমাজখনৰ নিপীড়ন, শোষণ, শ্ৰেণীবৈষম্য, সামাজিক অন্যায় ইত্যাদিবোৰৰ আঘাতেই তেওঁৰ দৰদী আৰু শিল্পী অন্তৰত বিপ্লৱী চেতনা জগাই তোলে। এজন বিপ্লৱী শিল্পী হিচাপে তেওঁ হৈ পৰিছিল বাহিৰৰ ৰূপত সন্ন্যাসী,

ৰাইজৰ সমব্যথী এজন সংগ্ৰামী শিল্পী। তেওঁৰ বহুবোৰ গানত এই সংগ্ৰামী সংগঠনৰ কথা পৰিষ্কাৰ আৰু স্পষ্ট। এই সাংগঠনিক শিল্পী সৃষ্টি কৰোঁতে তেওঁ ৰাইজৰ মাজৰ পৰা বুটলি অনা কৃষ্টি আৰু সুন্দৰৰ মৌকোঁহবোৰকে ৰাইজক বিলাই দিছিল নতুন ৰূপত। বোধহয় এইটোৱেই ৰাভাৰ ব্যক্তিত্বৰ বৈচিত্ৰ—যিটো হৈছে ৰাভাক প্ৰথমে বুজি পাইছিল গ্ৰাম্য সমাজে আৰু তাৰ পিচত বুদ্ধিজীৱী সমাজে তেওঁক বুজি পাইছিল। চৰকাৰে বুজি পোৱাৰ প্ৰয়োজন বোধ কৰিছিল তাৰো পিচত।

চৰকাৰৰ উদ্যোগতেই পোনপ্ৰথম ৰাভাৰ গাত সংহতিৰ লেবেল লগোৱা হ'ল। চৰকাৰে সংহতিৰ যি ৰাজনৈতিক অৰ্থ কৰিব পাৰে সি স্পষ্ট। কিন্তু বিষ্ণু ৰাভা কেৱল সেই সংহতিৰে প্ৰতীক নে কিবা দূতহে? সংহতি বোলা শব্দটোত এটা অসম্পূৰ্ণ ধাৰণা আছে। সমন্বয় শব্দইহে সেই ধাৰণাটো সম্পূৰ্ণ কৰিব পাৰে। বিষ্ণু ৰাভা তেনেহলে এই সংহতিৰ দূত আছিল নে সমন্বয়ৰ দূত আছিল? আৰু বিষ্ণু ৰাভাৰ পথ প্ৰদৰ্শক বিপ্লৱী শিল্পী শংকৰদেৱ আৰু জ্যোতিপ্ৰসাদ? শিল্পী হিচাপে শংকৰদেৱ আৰু জ্যোতিপ্ৰসাদে কেতিয়াও আপোচ কৰা নাছিল। বিষ্ণু ৰাভায়ো আপোচ কৰা নাছিল।

জনা যায়, ঘৃণিত সমাজ ব্যৱস্থাৰ দ্বাৰা অস্তিত্ব হেৰুৱাই চৰম দুৰৱস্থালৈ নমা অসমৰ বৃহৎ জনজাতি সমাজৰ সামাজিক সংস্কাৰৰ প্ৰেৰণাইহে তেওঁক এটা ৰাজনৈতিক বিশ্বাসৰ ফালে ক্ৰমে লৈ আহে। অসমৰ পূৱ মূৰৰ পৰা গোটেই উত্তৰ বঙ্গলৈকে বিয়পি থকা বড়ো সমাজখন, যিখনেই এসময়ৰ আদি অসমীয়া সমাজ, সেই সমাজখনৰ অৰ্থনৈতিক আৰু সামাজিক অধঃপতিত অৱস্থাই তেওঁক বিশেষ-ভাৱে বিচলিত কৰিছিল। কাৰণ এই সমাজখনৰ সৈতে তেওঁৰ নিবিড় আধ্যাত্মিক সম্পৰ্ক আৰু সাংস্কৃতিক পৰিচয় আছিল। বাহিৰৰ পৰা শোষণৰ কথা এৰিলেও সমাজৰ ভিতৰৰ পৰা হোৱা অৱক্ষয়ৰ মূল কাৰণ হিচাপে, বিশেষকৈ মদ আৰু গাহৰীৰ প্ৰভাৱ তেওঁলোকৰ জীৱনৰ পৰা দূৰ কৰাৰ প্ৰথম প্ৰয়াসেৰে তেওঁ

সমাজ সংস্কাৰত ব্ৰতী হৈছিল। তেওঁ বিশ্বাস কৰিছিল যে এই বৃহৎ শোষিত আৰু অজ্ঞ সমাজক আগতে সমাজ সংস্কাৰৰ জৰিয়তে সামাজিকভাবে সংগঠিত কৰিব নোৱাৰিলে ৰাজনৈতিকভাবে সংগঠিত কৰাটো অমূলক হব। সেয়েই লাহে লাহে তেওঁক ৰাজ-নৈতিক আদৰ্শৰ ফালে নিলে। এই ৰাজনৈতিক ক্ষেত্ৰতে তেওঁৰ জীৱন-শিল্পৰ দ্বিতীয়টো ভাগ গঢ়ি উঠিছিল।

ৰাভাৰ এই ৰাজনৈতিক জীৱনৰ দিশত কবলৈ গ'লে এইটো কথা পোনতে কব লাগিব যে তেওঁ যিটোক বৈজ্ঞানিক সমাজবাদ বুলি বিশ্বাস কৰিছিল, সেইটোৰ ধাৰণাক ঠিক সেই সময়ৰ পটভূমিৰ পৰাহে বিচাৰ কৰি চাব লাগিব। আজিৰ তাত্বিক বিশ্লেষণেৰে তাৰ জোখ-মাপ কৰা উচিত নহব। তেওঁৰ ৰাজনৈতিক মতবাদৰ শুদ্ধতা, মাৰ্ক্সবাদৰ তেওঁৰ প্ৰায়োগিক চিন্তা আদিৰ বিষয়েও কেতিয়াবা কোনোৱে তাত্বিক আলোচনা কৰিব খোজে। কিন্তু ৰাভাৰ ক্ষেত্ৰত সেইবোৰৰ বিচাৰ কৰাতকৈ তেওঁক সেই মতবাদলৈ বা মতবাদৰ পথলৈ আকৰ্ষণ কৰা আৰ্থ-সামাজিক পৰিস্থিতিটোৰ প্ৰতি মনোযোগ দিয়াহে আৰু তাক উপলব্ধি কৰাটোহে প্ৰয়োজনীয় আৰু বাস্তৱ কথা। তত্বটোৱেই সকলো ক্ষেত্ৰতে শেষ কথা নহয়, বস্তুগত উপলব্ধি আৰু বাস্তৱায়নটোহে তাতকৈ ডাঙৰ কথা।

তেওঁ আচলতে এজন ৰাজনৈতিক বিপ্লৱী হয়তো নাছিল, যিমানখিনি আছিল সমাজ বিপ্লৱী। সৰ্বহাৰা নিৰন্ন দৰিদ্ৰ আৰু শোষিত জনজাতীয় ৰাইজৰ সামাজিক অধঃপতিত অৱস্থাৰ পৰা মুক্তিৰ প্ৰেৰণাটোহে তেওঁক প্ৰকাৰান্তৰে ৰাজনৈতিক বিপ্লৱলৈ আনিছিল। এই ৰাজনৈতিক বিপ্লৱীজনেই হৈছে কিম্বদন্তিত পৰিণত হৈ পৰা বিষ্ণু ৰাভাজন, যিজনে কাৰুৰ জোলোঙাত ষ্টেনগান লৈ অসমৰ হাবি-বননি আৰু গাওঁ-পথাৰ সহতিয়াই ফুৰি বছৰৰ পিচত বছৰ ধৰি অজ্ঞাতবাসত কটাইছিল আৰু তুই থকা মানুহক ক্ষেহ চৰাইৰ দৰে জগাই ফুৰিছিল। বিষ্ণু ৰাভাৰ এই পৰিচয় স্বাভাৱিকতে বেছি কৌতূহলৰ আৰু আকৰ্ষণৰ। তেওঁ এটা ষ্টেনগান লৈ ফুৰাৰ কথা

সকলোৱেই জানে; কিন্তু তাৰ পৰা কেতিয়াবা এটা গুলী ফুটোৱাৰ কথা কোনেও কব নোৱাৰে। অথচ তেনেকুৱা সাম্ৰাজ্য পৰিস্থিতিৰ মাজতেই আছিল তেওঁৰ ৰাজনৈতিক এটা জীৱন। তেনেহলে ইয়াৰ অৰ্থ কি হʼব পাৰে? ৰাভাই সশস্ত্ৰ বিপ্লৱত বিশ্বাস কৰিছিল আৰু তাৰেই প্ৰতীক আছিল সেই অস্ত্ৰপাত। ইয়াৰ অৰ্থ এইটো নাছিল যে দাখন আৰু নাঙলটোৰ বাহিৰে আন আধুনিক অস্ত্ৰৰ মুখ নেদেখা সাধাৰণ দৰিদ্ৰ ৰাইজে সমৰাস্ত্ৰ হাতত লৈ শক্তি পৰাক্ৰমী আৰু সংগঠিত ৰাষ্ট্ৰশক্তি এটাৰ বিৰুদ্ধে যুজত নামক। সশস্ত্ৰ বিপ্লৱক শিল্পী ৰাভাই ক্ৰোধৰ বিপ্লৱত ৰূপদান কৰিছে। তেওঁৰ সেই সময়ৰ গীতমাত আৰু ভাষণৰ সকলো বক্তব্যত এই ক্ৰোধৰ সঞ্চাৰ পৰিষ্কাৰভাৱে স্ফুৰ্তি উঠিছে। এইখিনিতেই ৰাভাৰ অহিংসাবাদৰ লগত বিৰোধ প্ৰকাশ পাইছে। ভাৰতীয় সমাজত উপনিবেশবাদক নিশ্চিহ্ন কৰিবলৈ প্ৰেম সবল অস্ত্ৰ নে ক্ৰোধ সবল অস্ত্ৰ, এই বিতৰ্ক আৰু বিৰোধ আজিও শেষ হোৱা নাই। মহাত্মা গান্ধীয়ে প্ৰেমক প্ৰাধান্য দিছিল। ভাৰতীয় সমাজৰ প্ৰাচীন অধ্যাত্ম চৰ্চা আৰু বৈষ্ণৱ আন্দোলনে ৰুৱা তাৰ বহল ভেটি থাকিলে প্ৰেমৰ দ্বাৰা যিখিনি সম্ভৱ হব পাৰে, সামন্ত শ্ৰেণীৰ শোষণৰ আধিপত্যত প্ৰায় নিশ্চিহ্ন হোৱা সমাজ গাঁথনিত সি সম্ভৱ নহয়। ক্ৰোধহে মৃতপ্ৰায় মানুহক জগাবলৈ প্ৰকৃত অস্ত্ৰ। হিংসাবাদী শ্ৰেণীটোৱে মহাত্মাৰ প্ৰেমবাদৰ সুযোগ নিজেহে গ্ৰহণ কৰাৰ কথা ৰাভাই যেনেকৈ দেখিছিল তেনেকৈ দেশত আন বহুতেই দেখিছিল। গতিকে দেশত এটা বিৰোধ ভাব আহিছিল।

প্ৰেমবাদী আন্দোলনৰ লক্ষ্য হৈছে অন্তৰ আৰু বিবেকৰ পৰিবৰ্তন সধা। ভাৰতত সেইটো ব্যৰ্থ হৈছিল আৰু হৈছে। ভাৰতে স্বাধীনতা পোৱাৰো শেষ অস্ত্ৰপাত অহিংস আন্দোলনটো বুলি কলে সম্পূৰ্ণ শুদ্ধ নহব। ইয়াক এটা নতুন মোৰ দিছিল সশস্ত্ৰ বিপ্লৱে, যিটো আছিল বাহিৰৰ পৰা আজাদ হিন্দ ফৌজ আৰু দেশৰ ভিতৰৰ পৰা বোম্বাই আদিত হোৱা নাবিক বিদ্ৰোহৰ ঘটনাৱলীৰ জৰিয়তে সঞ্চাৰিত হোৱা

প্ৰচণ্ড ক্ৰোধৰ প্ৰকাশ। প্ৰেমৰ ঠাই অকস্মাতে অধিকাৰ কৰিছিলহি ক্ৰোধে। এটা সুসংগঠিত ৰাষ্ট্ৰশক্তি আৰু পৰাক্ৰমী পক্ষৰ বিৰুদ্ধে বন্দুক-বাৰুদৰ সশস্ত্ৰ বিদ্ৰোহ বা বিপ্লৱ ক্ষণস্থায়ী হোৱাটোৱেই সচা; কিন্তু তাৰ দীৰ্ঘস্থায়ী কথাটোহে হল আচল লক্ষ্য আৰু উদ্দেশ্য। সেইটো হৈছে মুক্তি বিচৰা মানুহৰ অদম্য আকাঙ্ক্ষা, দুৰ্জয় শক্তি আৰু সৰ্বস্ব ত্যাগৰ সংকল্পৰ এটা দুৰ্গ তৈয়াৰ কৰা। এই দুৰ্গৰ পৰাই সংগ্ৰাম চলিব পাৰে আৰু নিৰ্জীৱ জাতিক প্ৰেৰণাৰ ৰচদ যোগাব পাৰে। সশস্ত্ৰ সংগ্ৰামৰ দাৰ্শনিক অৰ্থটো এনেকুৱাই আৰু ৰাভাই ইয়াৰ কাৰণেই তেওঁৰ সৰ্বহাৰা সকলৰ মাজত জাগৰণী গীত জুৰিছিল। তেওঁ বাৰে বাৰে জমিদাৰ, শোষক, পুজিপতি, মহাজন, ধনী আদি শব্দবোৰৰ কঠোৰ ব্যৱহাৰ কৰি তেওঁলোকৰ বিৰুদ্ধে বিষ উদ্গীৰণ কৰাটো লক্ষ্য কৰিব লগীয়া। ভূস্বামী সকলৰ দাসত্ব আৰু শোষণৰ জলন্ত সাক্ষী হৈ পৰা অসমৰ খিলঞ্জীয়া সমাজখনৰ লোকসকলক ভাৰবাহী পশুৱৎ কৰি পেলোৱা সমাজ ব্যৱস্থাৰ বিৰুদ্ধেই তেওঁৰ প্ৰচণ্ড জীৱন-শিল্পই এক ভয়ানক বিপ্লৱী আৰু বিদ্ৰোহী ৰূপত থিয় দিছিল। সেয়ে ৰাভা আছিল প্ৰকৃত নটৰাজ;

আৰু এই বিদ্ৰোহীৰ ৰূপকেই আমি তেওঁৰ তৃতীয় এটা ভূমিকাতো দেখা পাওঁ। সেইটো হৈছে বুদ্ধিজীৱী আৰু তথাকথিত পাণ্ডিত্যাভিমানী সকলৰ প্ৰতি তেওঁৰ কটাক্ষপাত আৰু সুবচনি। তেওঁ নিজে এজন পণ্ডিত নাছিল আৰু তেনে তথাকথিত পণ্ডিত হোৱাৰ বাসনাও নাছিল। কিন্তু সচৰাচৰ অসমৰ পণ্ডিতসকলে মাটিৰ পৰা ওপৰৰ ওখ চাঙত উঠি লৈ পাণ্ডিত্য চৰ্চা কৰাৰ প্ৰমাদ তেওঁ দেখুৱাই দিছিল। আমাৰ ভাষা-সংস্কৃতি আৰু ইতিহাসৰ পণ্ডিত সকলে মাটিৰ লগত সংস্পৰ্শ নৰখাকৈও অৰ্থাৎ প্ৰকৃত ক্ষেত্ৰ অধ্যয়ন নকৰাকৈও অসমীয়া জাতিৰ ইতিহাস আধীকৰণ কৰাত উঠিপৰি লাগিছিল। বিষ্ণু ৰাভাই সেই ভুল আঙুলিয়াই শুদ্ধ ইতিহাস চৰ্চাৰ বাট দেখুৱাই দি পণ্ডিত সমাজৰ অকুণ্ঠ শ্ৰদ্ধা পাইছো, সেই পাণ্ডিত্যৰ ক্ষেত্ৰৰ

পৰা আঁতৰি থাকিল। সতৰ্ক সচেতক আৰু মাৰ্গদ্ৰষ্টাজনেই হৈছে আচল বিপ্লৱী। বিষ্ণু ৰাভা এনে একন নিৰ্মোহ বিপ্লৱী আছিল যাবেই তেওঁৰ চিন্তা-চৰ্চা আৰু সেইদৰে লেখা-মেলাৰ সাক্ষ্য বা পাণ্ডুলিপিবোৰ ভৱিষ্যতৰ লোকলৈ এৰি যোৱাৰ প্ৰয়োজনতকৈ তেওঁৰ ধৰণেৰে চিন্তা-চৰ্চা আৰু লেখা-মেলাৰ প্ৰয়োজনহে ভৱিষ্যতৰ পুৰুষলৈ এৰি যোৱাটো অধিক মূল্যবান হব বুলি ভাবিছিল। আৰু সেই বাবেই তেওঁ মনৰ কথাবোৰৰ পাত এখিলা এখিলাকৈ য'তে ত'তে পেলাই থৈ আগবাঢ়ি গৈ আছিল। বিপ্লৱী হৈ থাকিব নোৱাৰে।

# ॥ জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ চিন্তাত কৃষ্টি-সংস্কৃতিৰ উৎস আৰু ভূমিকা ॥

## ( এটি তুলনামূলক আলোচনা )

প্ৰসেনজিৎ চৌধুৰী

(১)

দুটা সৰু ঘটনাৰ বিৱৰণেৰে আলোচনা আৰম্ভ কৰা যাওক ঃ

প্ৰথম ঘটনা ॥

আঢ়ৈ হাজাৰ বছৰৰ আগৰ কথা। গৌতম বুদ্ধ তেতিয়া জীৱিত। এদিন হঠাৎ এখন নগৰত ভূমিকম্প হ'ল। শিষ্যসকলে বুদ্ধক সুধিলে ঃ ভূমিকম্প কিয় হয়? উত্তৰত বুদ্ধই কলে : পৃথিৱী নানা প্ৰকাৰৰ ধাতুৰে গঠিত। কেতিয়াবা এই ধাতুবোৰৰ মাজত বিক্ষোভ উপস্থিত হয় আৰু তাৰ ফলতেই ভূমিকম্প হয়।১

দ্বিতীয় ঘটনা ॥

কুৰি শতিকাৰ কথা। ১৯৩৪ চনত বিহাৰত প্ৰচণ্ড ভূমিকম্প হয়। গান্ধীয়ে নিঃসঙ্কোচে ঘোষণা কৰিলে যে মানুহৰ পাপৰ পৰিণতি এই ভূমিকম্প। তেওঁৰ মতে প্ৰাকৃতিক দুৰ্যোগ মানুহৰ পাপৰ শাস্তিহে : ২

১। মনোৰঞ্জন ৰায়; দৰ্শন কী ও কেন, কলিকতা; ১৯৬৭, পৃ: ৭৭।

2. M. K. GANDHI, Truth is God, ( Compiled by R. K. Prabhu ), Ahmedabad, 1969, P. 24.

ভূমিকম্প এবিধ প্ৰাকৃতিক ঘটনা। ইয়াৰ কাৰণসমূহ নিতান্তই বাস্তৱিক ; এই ক্ষেত্ৰত অলৌকিক শক্তিৰ কোনো ভূমিকা নাই। এই বাস্তৱ কাৰনানুসন্ধানৰ ইংগিত আমি পাওঁ বুদ্ধৰ ব্যাখ্যাত। গান্ধীৰ ব্যাখ্যা কিন্তু কেৱল ভিন্নই নহয়, সম্পূৰ্ণ বিপৰীতো। এই বৈপৰীত্যৰ কাৰণ কি ? আচলতে বুদ্ধ আৰু গান্ধীৰ দাৰ্শনিক অৱস্থান দুই বিপৰীত শিবিৰত। সাধাৰণভাবে আমি জানো যে প্ৰাকৃতিক, সামাজিক আৰু মানসিক ঘটনাৰ ব্যাখ্যা কৰোতে বস্তুবাদে যাই গুৰুত্ব দিয়ে বাস্তৱ কাৰণৰ ওপৰত। এই পদ্ধতিৰেই এক সুন্দৰ নমুনা বুদ্ধৰ ব্যাখ্যা। আনহাতেদি ভাববাদে—সকলো ক্ষেত্ৰতে বাস্তৱৰ অস্তিত্ব আৰু ভূমিকাক অস্বীকাৰ নকৰিলেও—বাস্তৱ কাৰণৰ ওপৰত প্ৰয়োজনীয় গুৰুত্ব নিদিয়ে। ভাববাদে গুৰুত্ব দিয়ে মনৰ ওপৰত—মনৰ ভাৱ, ইচ্ছা, প্ৰবৃত্তি, লক্ষ্য ইত্যাদিৰ ওপৰত। এইবিধ দৰ্শনত অলৌকিক শক্তিয়েও কেতিয়াবা একমাত্ৰ বা সৰ্বাধিক গুৰুত্বপূৰ্ণ কাৰণ হিচাপে স্বীকৃতি পায়। ওপৰত উল্লেখিত গান্ধীৰ ব্যাখ্যা ইয়াৰ এক উৎকৃষ্ট উদাহৰণ।

সকলো ধৰণৰ ব্যাখ্যা বিশ্লেষণতেই এই দুই বিপৰীতধৰ্মী দাৰ্শনিক দৃষ্টিভংগীৰ কোনো এটিৰ প্ৰভাৱ পৰিলক্ষিত হোৱা দেখা যায়। দুয়োটা দৃষ্টিভংগীয়ে দুই বিপৰীত দৃষ্টিকোণৰ পৰা সকলো বস্তু আৰু ঘটনাক বুজিবলৈ তথা ব্যাখ্যা কৰিবলৈ যত্ন কৰে। প্ৰাকৃতিক ঘটনা ভূমিকম্পৰ ক্ষেত্ৰত এই বৈপৰীত্যৰ স্বৰূপ সম্পৰ্কে আমি চমুকৈ কিছু কথা উল্লেখ কৰিলোৱেই। এতিয়া সামাজিক ঘটনাৰ ব্যাখ্যাৰ ক্ষেত্ৰত এই দাৰ্শনিক বৈপৰীত্যৰ প্ৰভাৱ কিদৰে পৰে তাক চোৱা যাওক। আমি উল্লেখ কৰিব বিচৰা সামাজিক ঘটনাটো হ'ল—কৃষ্টিৰ উদ্ভৱ। আমাৰ বৰ্তমান আলোচনাৰ বাবে এই বিষয়টো বিশেষভাৱে প্ৰয়োজনীয় আৰু প্ৰাসংগিক ; কিয়নো কৃষ্টি-সংস্কৃতিৰ উদ্ভৱ সম্পৰ্কে জ্যোতিপ্ৰসাদ আৰু বিষ্ণুৰাভাৰ চিন্তাৰ তুলনামূলক আলোচনা কৰিবলৈ হলে কৃষ্টিৰ উদ্ভৱৰ বিষয়ে ভাববাদী আৰু বস্তুবাদী ব্যাখ্যা বিশ্লেষণৰ উল্লেখ অপৰিহাৰ্য্য।

(২)

কিন্তু, কেতিয়া আৰু কেনেকৈ মানৱ সমাজত কৃষ্টিৰ উদ্ভৱ আৰু মানৱ মনত সৌন্দৰ্য্যবোধৰ উন্মেষ হয়? এই গুৰুত্বপূৰ্ণ প্ৰশ্নটিৰ উত্তৰ দিয়াৰ দায়িত্ব উপযুক্ত অধ্যয়ন আৰু বিচাৰ ক্ষমতা-সম্পন্ন পণ্ডিত সকলৰ। আমি ইয়াত কেৱল সেই বিষয়ে দুই এটা কথা উনুকিয়াবহে পাৰোঁ।৩ কৃষ্টি আৰু সৌন্দৰ্য্যবোধৰ সম্পৰ্কৰ প্ৰশ্নটি গুৰুত্বপূৰ্ণ, কাৰণ বহুতেই ভাবে যে কৃষ্টি-সংস্কৃতিৰ উৎস মানুহৰ সহজাত সৌন্দৰ্য্য স্পৃহা। অথচ বস্তুবাদী পণ্ডিতসকলৰ পৰা আমি জানিব পাৰিছোঁ যে সৌন্দৰ্য্যৰ সৃষ্টি বা ইয়াক উপভোগ কৰাৰ মানবিক গুণটো সহজাত নহয়। কৃষ্টিৰ পাছেহে সৌন্দৰ্য্য-বোধৰো উন্মেষ ঘটে সমাজ-বিকাশৰ এটা স্তৰতহে।

ভাববাদী সকলৰ মূল বক্তব্য এনে ধৰণৰ: সৌন্দৰ্য্যবোধ সৰ্বকালৰ মানুহৰ এক স্বাভাৱিক সহজাত মানবিক বৃত্তি আৰু সৌন্দৰ্য্যবোধৰ স্বতঃস্ফূৰ্ত প্ৰেৰণাতেই আদিম যুগৰ মানুহে নিজকে নিয়োজিত কৰিছিল সৌন্দৰ্য্য সাধনাত—সৃষ্টি হৈছিল কৃষ্টি-সংস্কৃতিৰ ভাৰমানে, কৃষ্টি আৰু সৌন্দৰ্য্যবোধৰ জন্ম তথা বিকাশৰ বাগত

৩। আলোচনাৰ এই দ্বিতীয়াংশ লিখোতে নিম্নোক্ত কিতাপ কেইখনৰ সহায় লোৱা হৈছে:

E. Fisher, The Necessity of Art, Pelican. 1964; A. S. Vazquez, Art and Society; Essays in Marxist Aesthetics, London, 1973; G. V. Plekhanov. Art and Social Life, Bombay 1953; Problem of Modern Aesthetics. Moscow, 1969; F. Engels, The part Played by Labour in the Transition from Ape to Man, Moscow, 1968; G. Themson, The Human Essence. London 1974; C. Caudwell, Studies in a Dying Culture, London, 1951.

গোপাল হালদাৰ, সংস্কৃতিৰ ৰূপান্তৰ, কলিকতা, ১৯৬৩।

মানুহৰ জৈৱিক বিবৰ্তন, সামাজিক অৱস্থা আৰু জীৱন সংগ্ৰামৰ বিশেষ কোনো সম্পৰ্ক নাই – সৌন্দৰ্য্য সাধনাৰ নিঃস্বাৰ্থ আৰু স্বতঃস্ফূৰ্ত স্পৃহাৰেই পৰিণতি কৃষ্টি-সংস্কৃতি। এই প্ৰসংগত ভাববাদী পণ্ডিতসকলে সাধাৰণতে স্পেইন, ফ্ৰান্স আদি দেশত আবিষ্কৃত প্ৰাগৈতিহাসিক গুহাচিত্ৰ সমূহৰ কথা উল্লেখ কৰে। তেওঁলোকে এই গুহাচিত্ৰবোৰৰ ব্যাৱহাৰিক উদ্দেশ্যক হয় অস্বীকাৰ কৰে কিম্বা গৌণ স্থান দিয়ে। বাস্তৱ প্ৰয়োজন আৰু ব্যাৱহাৰিক উদ্দেশ্যৰ ওপৰত যথাযুক্ত গুৰুত্ব নিদিয়া ভাববাদী সকলৰ মতে সৌন্দৰ্য্য সাধনাই এই গুহাচিত্ৰবোৰৰ একমাত্ৰ মুখ্য উদ্দেশ্য তথা প্ৰেৰণাৰ স্থল আছিল। এই ধাৰণা কিন্তু সঠিক নহয়। স্থানান্তৰত আমি এই বিষয়ে বিশদভাৱে আলোচনা কৰিবলৈ চেষ্টা কৰিছোঁ। সাধাৰণ জ্ঞানৰ পৰা আমি ইয়াত কেইটিমান প্ৰশ্নৰ উত্থাপন কৰিব পাৰো: চিকাৰজীৱি আদিম মানৱৰ দৃষ্টিত হিংস্ৰ ভয়ঙ্কৰ জন্তুবোৰ সেইকালত সৌন্দৰ্য্য সাধনাৰ বিষয় হোৱাটো কিমানদূৰ সম্ভৱ? জীৱন সংগ্ৰামত সদাব্যস্ত আদিম চিকাৰজীৱি মানুহৰ সৌন্দৰ্য্য সৃষ্টিৰ অৱসৰ জানো আছিল? তদুপৰি মানৱ-মনত সৌন্দৰ্য্য-বোধৰ উদ্ভৱ হবলৈ যি সামাজিক অৱস্থাৰ প্ৰয়োজন সেই অৱস্থা সমাজ-বিকাশৰ আদিম স্তৰত আছিলনে?

মানুহ এটা জৈৱ সামাজিক জীৱ। গতিকে মানুহৰ সৌন্দৰ্য্য-বোধৰ উৎস সম্পৰ্কে আলোচনা কৰোঁতে মানুহৰ জৈৱিক আৰু সামাজিক বিবৰ্তনৰ কথা আওকাণ কৰিব নোৱাৰি। বস্তুবাদী পণ্ডিতসকলৰ মতে এই দুয়োটা ক্ষেত্ৰত মানুহৰ শ্ৰমৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। তেওঁলোকে কয় যে সচেতন আৰু সমষ্টিবদ্ধ শ্ৰমেহে দৰাচলতে মানুহক পশুৰ পৰা পৃথক কৰিছে। মানুহৰ জৈৱিক বিবৰ্তন আৰু বিভিন্ন মানৱিক গুণৰ উন্মেষৰ ক্ষেত্ৰত শ্ৰমৰ এই অৱদানৰ কথা কোনোপধ্যেই নুই কৰিব পৰা নাযায়। মানুহৰ বাক-ক্ষমতা আৰু ভাষা—শেষ বিচাৰত সমষ্টিবদ্ধ শ্ৰমৰেই ফলশ্ৰুতি। এই ভাষা অবিহনে কোনো ধৰণৰ নান্দনিক ধাৰণা বা চিন্তা

মানুহৰ মনলৈ অহাটো সম্ভৱ নহয়। গতিকে ভাষা—যি মূলতঃ শ্ৰমৰেই সৃষ্টি—সেই ভাষাৰ উদ্ভৱ মানুহৰ মনত সৌন্দৰ্য্য সম্পৰ্কীয় ধাৰণা জন্ম লোৱাৰ এক প্ৰধান পূৰ্ব চৰ্ত। অন্যহাতেদি মানুহৰ সামাজিক শ্ৰমৰ অভিজ্ঞতাই চিন্তাৰ ধৰণ আৰু পঞ্চেন্দ্ৰিয়ৰ সংবেদনশীলতাক বিকশিত সূক্ষ্ম আৰু প্ৰখৰ কৰি তোলে। নকলেও হব যে এই অগ্ৰগতিৰ লগত মানুহৰ সৌন্দৰ্য্যবোধৰ জন্ম তথা বিকাশৰ প্ৰশ্নটো বিশেষভাৱে জড়িত।

আৰু এটা দিশৰ পৰা শ্ৰমৰ লগত মানুহৰ সৌন্দৰ্য্যবোধ সম্পৃক্ত। মানৱ মনত সৌন্দৰ্য্যৰ উদ্ভৱ হবলৈ হলে মানুহৰ শ্ৰমৰ উৎপাদন ক্ষমতা কিছু হলেও উন্নত হব লাগিব—এই মত বস্তুবাদীসকলে পোষণ কৰে। সৌন্দৰ্য্যৰ সৃষ্টি আৰু উপভোগৰ কাৰণে আপেক্ষিক অৱসৰ আৰু নিৰাপত্তাৰ প্ৰয়োজন। এই অৱসৰ আৰু নিৰাপত্তা দিব পাৰে উৎপাদন আৰু আত্মৰক্ষাৰ ব্যৱস্থাৰ উন্নতিয়ে। গতিকে ভাববাদী সকলে মানৱ হৃদয়ত ৰূপ-তৃষ্ণাৰ যি অদম্য হাবিয়াসৰ কথা কয় সি আচলতে এটা কল্পিতকল্পিত ধাৰণাহে। সৌন্দৰ্য্যবোধ দৰাচলতে মানুহ আৰু সমাজৰ বিকাশৰ এটা স্তৰত উদ্ভৱ হোৱা মানৱিক গুণ—যাৰ লগত মানুহৰ বাস্তৱ, সচেতন, সমষ্টিবদ্ধ শ্ৰমৰ সম্পৰ্ক ঘনিষ্ঠ আৰু গুৰুত্বপূৰ্ণ।

এই পটভূমিত বিচাৰ কৰিলে দেখা যাব যে কৃষ্টি-সংস্কৃতি সৌন্দৰ্য্যবোধৰ স্বতঃস্ফূৰ্ত স্বাভাৱিক অভিব্যক্তি নহয়, ইয়াৰ জন্ম আৰু প্ৰাথমিক বিকাশ বাস্তৱৰ প্ৰয়োজনত জীৱন সংগ্ৰামৰ হাতিয়াৰ হিচাপেহে। কোৱা বাহুল্য যে এই মতবাদ বস্তুবাদসম্মত। সমাজ বিকাশৰ আদিম স্তৰত সংগ্ৰহ আৰু উৎপাদনৰ উপায়সমূহ আছিল স্থূল আৰু অনুন্নত। সেই কালত অসহায় অজ্ঞ মানুহে নিজৰ শ্ৰমৰ ফলপ্ৰসূতা বঢ়াবলৈ আৰু ফলাফল সম্পৰ্কে নিশ্চিত হবলৈ নানান ধৰণৰ উপায় অৱলম্বন কৰিছিল। চিকাৰৰ সাফল্যৰ উদ্দেশ্যে তেওঁলোকে গুহাৰ গাত আঁকিছিল আহত জন্তুৰ বৰ্ণাঢ্য ছবি, কেঁতিয়াবা হয়তো অধিক শস্যৰ আশাত লয়গছৰ বাঢ়ি অহা শস্যৰ

অনুকৰণত ওপৰলৈ জপিয়াই নৃত্য কৰিছিল ; আকৌ কেতিয়াবা আদিৰসাত্মক নৃত্য-গীতেৰে ধৰণীক কৰিব বিচাৰিছিল অধিক উৰ্ব্বৰা তথা শস্য-সম্ভৰা। নৃতাত্বিকসকলে এইবোৰ আচাৰ-অনুষ্ঠান আদিম সমাজৰ ইন্দ্ৰজালৰ সৈতে যুক্ত বুলি ভাবে। বহুতো বস্তুবাদী পণ্ডিতে অনুমান কৰে যে মূলতঃ আদিম সমাজৰ এই ঐন্দ্ৰজালিক আচাৰ-অনুষ্ঠানৰ পৰাই পৰবৰ্ত্তীকালৰ কৃষ্টি সংস্কৃতি বিকশিত হয়। আকৌ, কৃষ্টিৰ অৰ্থ যদি বহলভাৱে লোৱা হয়, যদি কৃষ্টিৰ উৎস কেৱল ইন্দ্ৰজালৰ মাজতেই নিবিচাৰি অন্যান্য উৎসৰ প্ৰতিও মনোযোগ দিয়া হয়—যদি প্ৰকৃতিক নিজৰ বশলৈ অনাৰ সকলো বাস্তৱ আৰু কাল্পনিক প্ৰচেষ্টা-প্ৰযত্নকেই কৃষ্টি বোলা হয়--তেতিয়াও দেখা যাব যে কৃষ্টিৰ আদিম স্তৰ কোনো প্ৰকাৰেই বাস্তৱ জীৱন সংগ্ৰামৰ পৰা মুক্ত নহয়। তাৰমানে, একেবাৰে প্ৰাথমিক পৰ্য্যায়ত কৃষ্টি আছিল জীৱন সংগ্ৰামৰ অংগ আৰু তাৰ উদ্দেশ্য আছিল ব্যাৱহাৰিক, পাৰ্থিব। এই সিদ্ধান্ত কৃষ্টিৰ উদ্ভৱসংক্ৰান্ত বস্তুবাদী ধাৰণাৰ অন্যতম প্ৰধান ভিত্তি।

(৩)

কৃষ্টি-সংস্কৃতিৰ উদ্ভৱ সম্পৰ্কে জ্যোতিপ্ৰসাদে বিভিন্ন ভাষণত তেওঁৰ ব্যাখ্যা দাঙি ধৰিছে। তেওঁৰ মতামতবোৰত যেনেকৈ এটা কেন্দ্ৰীয় ধাৰণাৰ বিস্তাৰ আৰু সমৰ্থন দেখা যায়, ঠিক তেনেকৈ কেতিয়াবা তেওঁৰ বিভিন্ন মতামতৰ মাজত স্ববিৰোধিতাও পৰিলক্ষিত হোৱা দেখা যায়। সংস্কৃতিৰ জন্ম সংক্ৰান্ত ব্যাখ্যাৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদৰ অৱস্থান মূলতঃ ভাববাদী। বাস্তৱ প্ৰয়োজনত আদিম বৰ্ব্বৰ মানুহে যে নিজৰ অজ্ঞাতেই কৃষ্টিৰ বীজ ৰোপন কৰিছিল—তাৰ ইংগিত জ্যোতিপ্ৰসাদৰ লিখনীত নাই। জ্যোতিপ্ৰসাদৰ কল্পনাত

আদিম মানুহৰ হৃদয় মনত সৌন্দৰ্য্য-স্পৃহা প্ৰবৃত্তিৰ দৰে প্ৰোথিত আৰু এই অদম্য স্পৃহাৰ প্ৰেৰণাতেই সৃষ্টি হৈছিল আদিম কৃষ্টি। এই কৃষ্টিৰ কৃপাতেই মানুহৰ উত্তৰণ ঘটিল, পশু জগতৰ পৰা মানুহ ওপৰলৈ উঠি আহিল। 'শিল্পীৰ পৃথিৱীত' জ্যোতিপ্ৰসাদে তেওঁৰ এই ব্যাখ্যা উত্থাপিত কৰিছে পৰিষ্কাৰভাৱে ঃ

> "সৌন্দৰ্য্য, ভালপোৱা আৰু সৌন্দৰ্য্যলৈ পিয়াহো তাৰ
> গাতেই আছিছিল লাগি—পেটৰ ভোক পিয়াহৰ
> দৰেই।"" "এই যে মানুহৰ খাই বৈ তৃপ্তি
> পোৱাৰ পিছতো জীৱনৰ আনন্দ পূৰ্ণ কৰিবলৈ মধুৰ
> দৰ্শন, মধুৰ শ্ৰৱণ তাক লাগে—এই যে পেটৰ
> ভোক-পিয়াহৰ দৰেই তাৰ এই স্বাভাৱিক সৌন্দৰ্য্য মুগ্ধতা
> —সৌন্দৰ্য্যৰ বাবে হেপাহ—এই হেপাহতেই
> আছিল সংস্কৃতিৰ নীহাৰিকাৰ ৰূপ। এই হেপাহৰ
> বাবেই মানুহ পশুতকৈ হ'ল বেলেগ। এনেয়ে
> মানুহে পশুৱে একে। কৃষ্টিয়ে—সংস্কৃতিয়ে
> তাক কৰিলে বেলেগ। সেই কাৰণেই
> আদিম সৃষ্টিতেই জনম পাই চকুত ওপজোতেই
> সৌন্দৰ্য্যৰ কাজল পিন্ধি অহা মানুহটো শিল্পী" ।৪

এয়া অৱশ্যেই নিৰ্ভেজাল ভাববাদ। বস্তুবাদী সকলে কয়, জীৱনৰ তাগিদাত প্ৰকৃতিৰ নিজৰ নিয়ন্ত্ৰণলৈ অনাৰ যি সৰ্বাত্মক প্ৰচেষ্টা-প্ৰযত্ন, তাৰ মাজতেই নিহিত থাকে সংস্কৃতিৰ অঙ্কুৰ। জ্যোতিপ্ৰসাদৰ বক্তব্য বিপৰীত। তেওঁৰ দৃষ্টিত সংস্কৃতিৰ উদ্ভৱৰ কাৰণ মানুহৰ সৌন্দৰ্য্য-স্পৃহা। লক্ষ্য কৰিবলগীয়া কথা যে জ্যোতিপ্ৰসাদৰ বিচাৰত এই সৌন্দৰ্য্য-স্পৃহা সংগ্ৰাম আৰু সাধনাৰ দ্বাৰা আয়ত্ব কৰি লোৱা মানবিক গুণ নহয়, ই ভোক-পিয়াহৰ দৰেই প্ৰবৃত্তিভিত্তিক— আধুনিক বস্তুবাদী মনোবিজ্ঞানৰ ভাষাত

৪। জ্যোতিপ্ৰসাদ ৰচনাৱলী, গুৱাহাটী, ১৯৮১, পৃ: ৪১৩

যাক বোলা হয় "চৰ্তহীন পৰাবৰ্ত"। তাৰমানে ভাববাদী জ্যোতি-প্ৰসাদে আদিম অজ্ঞ মানুহৰ মনতো আবিষ্কাৰ কৰিছে একধৰণৰ চৰ্তহীন সৌন্দৰ্য্য পৰাবৰ্ত—unconditioned beauty reflex. আচলতে এই কথাবোৰ লিখোতে জ্যোতিপ্ৰসাদে আধুনিক মানুহৰ সৌন্দৰ্য্যবোধৰ বিষয়ে প্ৰচলিত কিছুমান ধাৰণা আদিম যুগৰ মানুহৰ ওপৰত জাপি দিয়া যেন অনুমান হয়। কিন্তু প্ৰশ্ন হ'ল: সৌন্দৰ্য্যৰ প্ৰতি হেপাহ যদি মানুহৰ সহজাত প্ৰবৃত্তিয়েই হয় তেন্তে দুষ্কৃতিৰ জন্ম হ'ল কেনেকৈ? এই প্ৰশ্নৰ পৰিষ্কাৰ উত্তৰ জ্যোতি-প্ৰসাদৰ ৰচনাত নাই। তেওঁ অৱশ্যে মানুহৰ মনৰ মাজত ভাল আৰু বেয়া প্ৰবৃত্তি লুকাই থকাৰ কথা কৈছে। পিছে প্ৰশ্ন হ'ল: সৌন্দৰ্য্যৰ সাধক আদিম মানুহৰ মনত জানো ভাল বেয়া প্ৰবৃত্তিৰ সংমিশ্ৰন আছিল? যদি আছিল, তেন্তে কিয় আৰু কেতিয়াৰ পৰা কু-প্ৰবৃত্তিবোৰে ভালকৈ মূৰ দাঙি উঠিল, কেতিয়াৰ পৰা পৃথিবীত জন্ম হ'ল সংস্কৃতি বিৰোধী দুষ্কৃতিৰ? প্ৰশ্নবোৰ গুৰুত্বপূৰ্ণ, কিন্তু বৰ্ত্তমান আলোচনাত এই বিষয়ে লিখিবলৈ যোৱাটো প্ৰাসংগিক নহ'ব। সৌন্দৰ্য্যবোধ আৰু কৃষ্টি জন্ম বিষয়ক ব্যাখ্যা আগবঢ়াওঁতে জ্যোতিপ্ৰসাদৰ দাৰ্শনিক অৱস্থান যে বস্তুবাদৰ পৰা যথেষ্ট নিলগত, তাৰ কিঞ্চিৎ আভাষ দিবলৈহে আমি প্ৰসংগান্তৰলৈ যাবলগীয়া হ'ল।

জ্যোতিপ্ৰসাদৰ বিভিন্ন মতামতৰ মাজত পৰস্পৰ বিৰোধিতা থকাৰ কথা আমি ইতিমধ্যে উল্লেখ কৰিছোঁ। 'শিল্পীৰ পৃথিৱী'ত তেওঁ কৈছে যে 'আদিম সৃষ্টিতেই জনম পাই চকুত ওপজোতেই সৌন্দৰ্য্যৰ কাজল পিন্ধি অহা' মানুহেই সৃষ্টি কৰিলে আদিম কৃষ্টি আৰু এই কৃষ্টিৰ বাবেই মানুহ পশুতকৈ উন্নততৰ। 'নতুনৰ পূজা'ত কিন্তু জ্যোতিপ্ৰসাদে অলপ ভিন্নসুৰীয়া ব্যাখ্যা আগবঢ়াইছে। প্ৰথমেই তেওঁৰ কথাখিনি উদ্ধৃত কৰা যাওঁক:

"পশুৰ পৰা মানুহ বেলেগ তাৰ কৃতিৰ বাবে। আদিম

"বৰ্ব্বৰতাক আজিৰ মানুহ বেলেগ তাৰ সংস্কৃতিৰ বাবে। সাধাৰণতে মানুহে তাৰ দেহ ধাৰণৰ বাবে আৰু স্বাভাৱিকতে তাৰ ইন্দ্ৰিয়ৰ যোগেদি আনন্দ পাবৰ কাৰণে যি কৰে আৰু তাৰ উৎকৰ্ষণৰ বাবে মানুহৰ যি যত্ন আমি তাক কৃতি বুলিব পাৰোঁ। এই কৃতিকেই যেতিয়া মানুহে সৌন্দৰ্য্য সৃষ্টিৰ দৃষ্টিৰে চাই তাত কলা প্ৰয়োগ কৰে তেতিয়াৰ পৰাই সেই কৃতি সংস্কৃতিৰ অন্তৰ্ভুক্ত হয়। সেই কাৰণে মই কব খোজোঁ, সংস্কৃতি হৈছে সুন্দৰৰ পূজা। আমাৰ আৱশ্যকতাৰ ফালৰ পৰা আমি এটা বাহানি যিমানেই মানসিক উৎকৰ্ষ ঘটুৱাই নকৰোঁ, সি সংস্কৃতি নহয়। তাক সভ্যতা বুলিব পাৰো। কিন্তু যেতিয়াই সেই আৱশ্যকীয় বাহানিত তাক আৱশ্যকতাৰ ফালৰ পৰা গঢ়োতে আমাৰ সৌন্দৰ্য্যবোধৰ ফালৰ পৰাও তাক প্ৰভাৱ কৰি সেইদৰে তাক ৰূপ দিবলৈ যাওঁ, সি তেতিয়াই সাংস্কৃতিক বস্তু হৈ পৰে"।৫

আলোচনাৰ সুবিধাৰ কাৰণে উদ্ধৃতিটো অলপ দীঘলীয়াকৈ তুলি দিয়া হ'ল। অলপ ভালকৈ পঢ়ি চালে দেখা যাব যে শিল্পীৰ পৃথিবী'ত জ্যোতিপ্ৰসাদে কৃষ্টিৰ উদ্ভৱ সম্পৰ্কে যি কথা কৈছে তাৰ লগত কিছুক্ষেত্ৰত এইমাত্ৰ উল্লেখ কৰা বক্তব্যৰ মৌলিক পাৰ্থক্য আছে। যেনে, (১) 'শিল্পীৰ পৃথিবী'ত জ্যোতিপ্ৰসাদে কৈছে যে সংস্কৃতিয়ে মানুহক পশুৰ পৰা পৃথক কৰিছে। জ্যোতিপ্ৰসাদৰ মতে সংস্কৃতি সৌন্দৰ্য্যৰ সাধনা, সুন্দৰৰ সুপ্ৰয়োগ। এই সংজ্ঞাৰ কথা মনত ৰাখিলে বুজা যাব জ্যোতিপ্ৰসাদৰ উল্লেখিত মতটো ভাববাদী চিন্তাৰ দ্বাৰা কি গভীৰভাৱে প্ৰভাৱিত। দ্বিতীয় উদ্ধৃতিত কিন্তু এই মতটো বহু পৰিমাণে সংশোধিত। জ্যোতিপ্ৰসাদে কৈছে পাৰ্থিব প্ৰয়োজনৰ তাগিদাত মানুহে যি কাম কৰে সিয়েই মানুহক

৫, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৪৪৬-৪৪৭

পশুৰ পৰা পৃথক কৰিছে। পৰোক্ষভাবে ইয়াত জ্যোতিপ্ৰসাদে মানুহৰ জীৱিকা-প্ৰচেষ্টাৰ ওপৰত যথেষ্ট গুৰুত্ব দিছে। এই মতৰ লগত বস্তুবাদীসকলৰ বিশেষ মতপাৰ্থক্য আছে বুলি মনে নধৰে। এই উদ্ধৃতিৰ দ্বাৰা জ্যোতিপ্ৰসাদৰ সংস্কৃতিৰ উৎস সম্পৰ্কীয় ধ্যান-ধাৰণা বিচাৰ কৰিলে দেখা যায় যে সংস্কৃতিয়ে মানুহক পশুজগতৰ পৰা নহয়, আদিম বৰ্ব্বৰ অৱস্থাৰ পৰা উন্নততৰ স্তৰলৈ উঠাতহে সহায় কৰিছে। এইখিনিতে অৱশ্যে এটা প্ৰশ্ন উঠিব পাৰে: আদিম বৰ্ব্বৰ অৱস্থাৰ ব্যাৱহাৰিক উদ্দেশ্যযুক্ত আৰু অচেতনভাৱে সৃষ্টি হোৱা সুন্দৰ শিল্প, নৃত্য কলা ইত্যাদিক সংস্কৃতি বা কৃষ্টিৰ অন্তৰ্ভুক্ত বুলি গন্য কৰিব পৰা যায় নে নাযায়? (২) জ্যোতি-প্ৰসাদে এঠাইত কৈছে যে পৃথিবীত আদিম মানুহৰ আবিৰ্ভাৱৰ লগে-লগে আৰম্ভ হৈছিল সুন্দৰৰ পূজা। এই মত অবাস্তৱ, অনৈতিহাসিক। দ্বিতীয় উদ্ধৃতিটোত জ্যোতিপ্ৰসাদে নিজেই এই মত খণ্ডন কৰাৰ ইংগিত আছে। বিচাৰ-বিশ্লেষণ কৰিলে দেখা যাব যে জ্যোতিপ্ৰসাদে ইয়াত মানৱ-ইতিহাসৰ প্ৰাক্-সাংস্কৃতিক যুগ এটাৰ কথা কৈছে—যেতিয়া পশুজগতৰ পৰা মানুহৰ উত্তৰণ ঘটিছে, অথচ সৌন্দৰ্য্য পূজা আৰম্ভ হোৱা নাই। জ্যোতিপ্ৰসাদৰ চিন্তা-ভাৱনাৰ লগত সংগতি ৰাখি এই যুগটোক সভ্যতাৰ যুগ বোলা যায়। সি যি কি নহওক, এই যুগ বিভাগৰ পৰা এই কথা প্ৰমাণিত হয় যে মানুহৰ আবিৰ্ভাৱৰ লগে-লগে পৃথিবীত সুন্দৰৰ পূজা আৰম্ভ হোৱা নাছিল। এটা অৰ্থত এই ব্যাখ্যাত সত্যতা নথকা নহয়। কিন্তু সংস্কৃতিৰ—জ্যোতিপ্ৰসাদীয় ভাষাত সুন্দৰৰ পূজাৰ—উদ্ভৱ কেনেকৈ হ'ল তাৰ বাস্তৱসন্মত ব্যাখ্যা জ্যোতিপ্ৰসাদে দিব পৰা নাই। ইয়াৰ প্ৰধান কাৰণ, জ্যোতিপ্ৰসাদৰ চিন্তা-চেতনা ভাববাদী ধ্যান-ধাৰণাৰে আছন্ন। 'পোহৰলৈ'ত তেওঁ কৈছে:

> "মানুহে আদি সভ্যতা সৃষ্টি কৰোঁতে আবিষ্কাৰ কৰিলে মানুহৰ মনটো। দেখিলে যে মনটোৱেইহে মানুহ।

মনৰ উৎকৰ্ষণেই হৈছে মানুহৰ ওপৰলৈ গতি কৰাৰ উপায়। এই উৎকৰ্ষণেই হৈছে সংস্কৃতি" ।৬

'মনটোৱেইহে মানুহ'—এয়ে বিষয়ীগত ভাববাদৰ সাৰমৰ্ম। জ্যোতিপ্ৰসাদৰ চিন্তা-চেতনা এই ভাববাদী কষ্ট-কল্পিত ধাৰণাৰে প্ৰভাবিত হোৱা বাবে তেওঁ সভ্যতা সৃষ্টি কৰোঁতে—বাস্তৱ জীৱন সংগ্ৰামৰ লগে-লগে আৰু তাৰ পৰিণতি হিচাপে—মানুহৰ মনটোৱে গঢ় লোৱাৰ কথা কোৱা নাই। তেওঁ মনটো 'আবিষ্কাৰ' কৰাৰ কথাহে কৈছে, যেনে সৌন্দৰ্য্য-সচেতন মন এটা একেবাৰে আদিম অৱস্থাৰ পৰাই মানুহৰ ভিতৰত লুকাই আছিল— কিবা অজ্ঞাত কাৰণে সভ্যতা সৃষ্টি কৰিবলৈ যাওঁতে মানুহে তাক আবিষ্কাৰ কৰাৰ লগে-লগে পৃথিৱীত আৰম্ভ হ'ল সুন্দৰৰ পূজা, সংস্কৃতিৰ অবিৰত আলোক-যাত্ৰা। তাৰমানে, জ্যোতিপ্ৰসাদৰ মতে কৃষ্টি সংস্কৃতিৰ উদ্ভৱৰ মূল প্ৰেৰণা মানসিক, বাস্তৱৰ প্ৰয়োজন আৰু সংগ্ৰামৰ লগত তাৰ বিশেষ সম্পৰ্ক নাই।

(৪)

কৃষ্টিৰ উদ্ভৱ আৰু বিকাশ সম্পৰ্কে বিষ্ণুপ্ৰসাদে কিছু সাৰুৱা কথা কৈ গৈছে। তেওঁৰ মত আৰু মন্তব্য পঢ়ি এই সিদ্ধান্তলৈ অনায়াসে আহিব পাৰি যে তুলনামূলকভাৱে বিষ্ণুপ্ৰসাদৰ ব্যাখ্যা যথেষ্ট পৰিমাণে বাস্তৱানুগ, জীৱনমুখী আৰু সংগ্ৰামকেন্দ্ৰিক। 'কৃষ্টি' শব্দটোৰ প্ৰতি বিষ্ণুপ্ৰসাদৰ বিশেষ আকৰ্ষণৰ পৰাই বুজিব পাৰি যে তেওঁৰ ব্যাখ্যা ভাববাদভিত্তিক নোহোৱাটোৱেই স্বাভাৱিক। ৰবীন্দ্ৰনাথে 'কৃষ্টি' শব্দটো পচন্দ কৰা নাছিল। এই কৃষ্টি-বিৰাগৰ লগত আচলতে তেওঁৰ সাহিত্যতত্ত্ব সম্পৰ্কিত। এই তত্ত্বৰ প্ৰধান

৬। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৪৬৮।

সূত্ৰ হ'ল, জীৱন ধাৰণৰ প্ৰয়োজনৰ লগত শিল্প-সাহিত্যৰ সম্পৰ্ক নাই। কৃষ্টি-কৰ্ম জীৱনৰ স্থূল বাস্তৱ পূৰণৰহে উপায় মাত্ৰ, গতিকে সেই কৃষ্টিকৰ্মৰ সৈতে যুক্ত 'কৃষ্টি' শব্দটোৱে কেনেকৈ শিল্প সাহিত্যৰ দৰে উচ্চতৰ সৃষ্টিৰ ক্ষেত্ৰত ব্যৱহৃত হোৱাটো সম্ভৱ? ৰবীন্দ্ৰনাথৰ আপত্তিৰ ইয়েই অন্যতম প্ৰধান কাৰণ।৭ বস্তুবাদী ধ্যানধাৰণাৰ অনুগামী, সাধাৰণ হালোৱা-হজুৱাৰ সৈতে আন্তৰিক আৰু ঘনিষ্ঠ সম্পৰ্ক থকা বিষ্ণুপ্ৰসাদৰ চিন্তা কিন্তু বিপৰীত। কৃষ্টি সম্পৰ্কে বিষ্ণুপ্ৰসাদৰ ধাৰণা কেনে চোৱা যাওঁক ঃ

> "কাব্য, গান, শিল্প, দৰ্শন, ধ্যান ধাৰণাই নাইবা আচাৰ অনুস্থান, ভদ্ৰতা, শিষ্টাচাৰ, নীতি নিয়মকেই সাধাৰণত: মানুহে বুজে কৃষ্টি বা কালচাৰ বুলি। কিন্তু দৰাচলতে বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি, জীৱন যাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেয়েহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি (Real) ৰিয়েল কালচাৰ"।৮

এই ব্যাখ্যা বস্তুবাদ সমৰ্থিত। অৱশ্যে যান্ত্ৰিক বস্তুবাদীৰ দৰে বিষ্ণুপ্ৰসাদে কৃষ্টিৰ নিজস্ব সক্ৰিয় ভূমিকাক অস্বীকাৰ কৰা নাই। জীৱন-যাত্ৰা আৰু কৃষ্টিৰ দ্বান্দ্বিক সম্পৰ্কৰ ইংগিত তেওঁৰ ৰচনাত আছে। জীৱন-যাত্ৰাৰ ঘাট-প্ৰতিঘাতৰ ফলত যেনেকৈ কৃষ্টিৰ ৰূপান্তৰ হয়, তেনেকৈ কৃষ্টি-সংস্কৃতিৰ সহায়ত জীৱন-যাত্ৰাৰ উন্নততৰ স্তৰলৈ আগবাঢ়ি যায়। কৃষ্টিৰ এই সক্ৰিয় ইতিবাচক ভূমিকাৰ ওপৰত আস্থা আছিল বাবেই নিশ্চয় তেওঁ সমাজ ৰূপান্তৰৰ ক্ষেত্ৰত কৃষ্টি- সংস্কৃতিৰ বৈপ্লৱিক ভূমিকা সম্পৰ্কে সচেতন আছিল।

৭। নীহাৰৰঞ্জন ৰায়, কৃষ্টি, কালচাৰ, সংস্কৃতি, কলিকতা, ১৯৭৯পৃ:৬-৭

৮। অসমীয়া কৃষ্টি—চেতনা প্ৰকাশ গুৱাহাটী-৭ ১৯৮৩ পৃঃ ৩।

লক্ষনীয় যে, এই সচেতনতা জ্যোতিপ্ৰসাদৰ সংস্কৃতি চিন্তাতো বিদ্যমান।

কৃষ্টিৰ ক্ৰমবিৱৰ্তন, অৱনতি আৰু ৰূপান্তৰৰ বিষয়ে বিষ্ণু-প্ৰসাদৰ ধাৰণা তাৎপৰ্য্যপূৰ্ণ আৰু চিন্তাকৰ্ষক। তেওঁৰ মতে, কৃষ্টিৰ যেতিয়া সংস্কাৰ হয় তেতিয়া সেই কৃষ্টি বিৱৰ্তিত হয় সংস্কৃতিলৈ আৰু সংস্কৃতিত যেতিয়া "বৈদেশীয় মীনাৰ ছাপ পৰে" তেতিয়া সংস্কৃতি হয় কালচাৰ। এই কালচাৰেই অৱশেষত কৃষ্টিৰ কাল হয়। এই অৱস্থাত যদি কৃষ্টিৰ যুগোপযোগী ৰূপান্তৰ নহয়, তেন্তে কৃষ্টিৰ অৱলুপ্তি অনিবাৰ্য।৯ বিষ্ণুপ্ৰসাদে বিদেশী প্ৰভাৱৰ কথা কওঁতে নিশ্চয় জাতীয় কৃষ্টিক ঐতিহ্যৰ পৰিপন্থী বিদেশী সাংস্কৃতিক অপপ্ৰভাৱৰ কথাহে কৈছে। কাৰণ—জ্যোতিপ্ৰসাদৰ দৰেই—সকলো বিদেশী প্ৰভাৱৰ পৰা নিজৰ জাতীয় কৃষ্টিক মুক্ত ৰখাৰ কথা বিষ্ণুপ্ৰসাদে কেতিয়াও ভবা নাছিল। পৰিতাপৰ কথা যে এতিয়ালৈকে আমি বিষ্ণুপ্ৰসাদৰ যিবোৰ ৰচনা আৰু ভাষণ পঢ়িবলৈ পাইছোঁ তাত তেওঁৰ এই ধ্যান ধাৰণাবোৰ বিশদভাৱে আলোচনা কৰা হোৱা নাই।

'শিল্পীৰ পৃথিৱী'ত জ্যোতিপ্ৰসাদে কৈছে যে কৃষ্টি-সংস্কৃতিয়ে মানুহক পশুৰ পৰা পৃথক কৰিলে, নহলে মানুহ আৰু পশুৰ মাজত বিশেষ পাৰ্থক্য নাই। এই নিবন্ধৰ তৃতীয়াংশত জ্যোতি-প্ৰসাদৰ এই মত বিস্তাৰিতভাৱে আলোচিত হৈছে। বিষ্ণুপ্ৰসাদেও এঠাইত কৈছে যে কৃষ্টি থকাৰ কাৰণেহে মানুহ পশুতকৈ উন্নত। আপাতদৃষ্টিত ধাৰণা হব যে জ্যোতিপ্ৰসাদৰ দৰে বিষ্ণুপ্ৰসাদেও ভাবে যে সহজাত সৌন্দৰ্য্যস্পৃহাই মানুহৰ সৰ্বাধিক গুৰুত্বপূৰ্ণ আৰু প্ৰাথমিক মানবিক বৈশিষ্ট। দৰাচলতে কিন্তু এই ধাৰণা সত্য নহয়। জ্যোতিপ্ৰসাদ আৰু বিষ্ণুৰাভাৰ সংস্কৃতি কৃষ্টিৰ সংজ্ঞা সম্পূৰ্ণ সুকীয়া। জ্যোতিপ্ৰসাদৰ মতে, সুন্দৰৰ প্ৰয়োজনেই সংস্কৃতি। অৰ্থাৎ, বাস্তৱ জীৱন-সংগ্ৰামৰ প্ৰয়োজনত আৰু তাৰ পৰিণতি হিচাপে

---

৯। বিষ্ণুৰাভা ৰচনাৱলী (প্ৰথম খণ্ড) নলবাৰী পৃষ্ঠা ৩১৪।

কৃষ্টিৰ জন্ম আৰু বিকাশ হোৱা নাই। বিষ্ণুপ্ৰসাদৰ সংজ্ঞা কিন্তু ভিন্ন। এই ক্ষেত্ৰত জ্যোতিপ্ৰসাদৰ ভাববাদী ব্যাখ্যাৰ সম্পূৰ্ণ বিপৰীত প্ৰান্তত বিষ্ণুপ্ৰসাদৰ অৱস্থান। জ্যোতিপ্ৰসাদৰ প্ৰাক্-সাংস্কৃতিক স্তৰত —সভ্যতাক –বিষ্ণুপ্ৰসাদৰ সংজ্ঞাই সাঙুৰি লৈছে। তদুপৰি জ্যোতিপ্ৰসাদৰ সংজ্ঞা মূলতঃ সৌন্দৰ্য্যকেন্দ্ৰিক; বিষ্ণুপ্ৰসাদৰ সংজ্ঞা সংগ্ৰামকেন্দ্ৰিক। এইখিনিতেই দুয়োৰে মৌলিক পাৰ্থক্য। বিষ্ণুপ্ৰসাদৰ নিজৰ ভাষাতেই তেওঁৰ বক্তব্য শুনা যাওক:

> এনে কৃষ্টিৰ কাৰণেহে মানুহ মানুহ, নহলে মানুহ পশুৰ শাৰীত থাকিলহেঁতেন। কাৰণ বাচি থকাই যেতিয়া প্ৰকৃতিৰ প্ৰেৰণা, আৰু প্ৰকৃতিৰ ওপৰতেই মানুহ নিৰ্ভৰশীল হলহেঁতেন তেতিয়া মানুহ পশু বুলি গণ্য হ'লহেঁতেন। কাৰণ পশুৱে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰে, কিন্তু মানুহৰ জীৱিকা প্ৰচেষ্টাই প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ নকৰি প্ৰকৃতিৰ বুকু ফালি খাদ্য বস্তু আৰু প্ৰয়োজনীয় উপাদান আদায় কৰিবলৈ মানুহক শিকালে। গতিকে মানুহৰ সৃষ্টিৰ মূল প্ৰেৰণা হ'ল প্ৰকৃতিৰ দাসত্বৰ পৰা মুক্তি। এই যে মানুহৰ সহজ সাধ্য মুক্তি স্বাধীনতাৰ সাধনা, এই সাধনাই হৈছে মানুহৰ জীৱিকা প্ৰয়াস আৰু এই মানুহৰ জীৱিকা-প্ৰয়াসেই হৈছে কৃষ্টি-সংস্কৃতি বা কালচাৰৰ মূল তত্ব।১০

এই কথাখিনিত ভাববাদী বিচাৰৰ জীৱনবিমুখিতা আৰু অবাস্তৱতা নাই আৰু এই বাবেই নিশ্চয় বিষ্ণুপ্ৰসাদৰ কিছুমান ব্যাখ্যাত সাংস্কৃতিক জীৱনৰ বাস্তৱ ভিত্তিৰ কথা বেছ পৰিষ্কাৰ

---

১০। অসমীয়া কৃষ্টি, চেতনা প্ৰকাশ, গুৱাহাটী, পৃঃ—৩-৪।

ভাৱে উল্লেখিত হোৱা দেখা যায়। দৃষ্টান্ত হিচাপে বিহনৃত্যৰ বিষয়ে তেওঁৰ মতৰ কথা উল্লেখ কৰিব পাৰি। বিষ্ণুপ্ৰসাদে বিহ নৃত্য তথা উৎসৱৰ উৎসৰ কথা কওঁতে আদিম গোষ্ঠী সমাজৰ উৰ্ব্বৰতা কেন্দ্ৰিক যৌনতা-প্ৰধান নৃত্যৰ বিষয়ে উল্লেখ কৰিছে। অৰ্থাৎ বিহুৰ উৎস সম্পৰ্কে উদ্ভট বা কাল্পনিক ব্যাখ্যাৰ আশ্ৰয় নোলোৱাকৈ তেওঁ বিহুৰ উৎসৰ অনুসন্ধান কৰিছে আদিম মানুহে যৌনতা-প্ৰধান নৃত্য গীতেৰে বসুমতীক শস্য-সম্ভৱা কৰাৰ তথা প্ৰকৃতিক নিজৰ বশলৈ আনিবৰ বাবে কৰা চেষ্টাৰ মাজত। ঠিক সেইদৰে আলিয়াই লিগাঙৰ প্ৰতি মিচিং সমাজৰ ধাউতিৰ কথা কওঁতে বিষ্ণুপ্ৰসাদে তেওঁলোকৰ কৃষি নিৰ্ভৰ জীৱনৰ ওপৰতহে সৰ্বাধিক গুৰুত্ব দিছে। উপৰুৱা দৃষ্টিত গৌণ যেন লাগিলেও এই কথাবোৰ দৰাচলতে তাৎপৰ্য্যপূৰ্ণ। কিয়নো, এনেদৰে ভাবি চালেই ওলাই পৰে যে বিষ্ণুপ্ৰসাদৰ এই ব্যাখ্যাবোৰৰ লগত তেওঁৰ কৃষ্টি বিষয়ক সংজ্ঞা ওতঃপ্ৰোতভাৱে জড়িত।

জ্যোতিপ্ৰসাদে মানুহৰ সাৰ্বকালিক সৌন্দৰ্যবোধ সম্পৰ্কে যথেষ্ট কথা কৈ গৈছে। আলোচনাৰ তৃতীয়াংশত এই বিষয়ে আমি কিছু আলোচনা কৰিবলৈ যত্ন কৰিছোঁ। এতিয়ালৈকে পঢ়িবলৈ পোৱা বিষ্ণুপ্ৰসাদৰ ৰচনাৰাজিত মানুহৰ সৌন্দৰ্য্যবোধ সম্পৰ্কে নিৰ্দ্দিষ্টভাৱে কোনো কথা কোৱা আমি পোৱা নাই। অৱশ্যে 'অসমীয়া কৃষ্টি'ত এই সন্দৰ্ভত তেওঁৰ দুই এটা মন্তব্য পঢ়িবলৈ পোৱা যায়। এই মন্তব্যকেইটি ভালদৰে পঢ়ি চালেই বুজা যায় এই ক্ষেত্ৰত জ্যোতি-প্ৰসাদৰ লগত তেওঁৰ পাৰ্থক্য কিমান আৰু কোনখিনিত। লক্ষণীয় যে সৌন্দৰ্য্যবোধৰ উন্মেষৰ কথা কওঁতে বিষ্ণুপ্ৰসাদে গুৰুত্ব দিছে খাদ্য-সংগ্ৰহ আৰু আত্মৰক্ষাৰ উপায়ৰ অগ্ৰগতিৰ ওপৰত। এই বিচাৰ ভংগী নিঃসন্দেহে বস্তুবাদসম্মত। অনুন্নত অস্ত্ৰেৰে বিপদ সংকুল পৰিবেশত অহৰহ ব্যস্ত থকা আদিম মিকিৰ সকলৰ মাজত বিষ্ণুপ্ৰসাদে উল্লেখযোগ্য সৌন্দৰ্য্যৰ প্ৰকাশ দেখা নাই—তেওঁলোকৰ দেহাৰ আবৰণ সামান্য যি লেংটি তাতো 'বিশেষ কাৰুকাৰ্য্য দেখা

নাই' ৷১১ তাৰ পাছত বিষ্ণুপ্ৰসাদে আদি-প্ৰস্তৰ যুগৰ শেহত আৰু নৱ-প্ৰস্তৰ যুগৰ আৰম্ভনিত নগাসকলৰ মাজত দেখিছে 'সৌন্দৰ্য্যবোধৰ প্ৰথম জিলিকনি' ৷১২ এই সৌন্দৰ্য্যবোধ উদ্ভৱ হোৱাৰ বাস্তৱ পূৰ্বচৰ্ত্ত কি ? এই আলোচনাৰ দ্বিতীয়াংশত এই সম্পৰ্কে থোৰতে কিছু কথা কোৱা হৈছে। বিষ্ণুপ্ৰসাদৰ ৰচনাতো এই বস্তুবাদী বিচাৰ পদ্ধতিৰ ইংগিত বিদ্যমান :

> নগাৰ প্ৰাণত সৌন্দৰ্য্যবোধৰ প্ৰথম জিলিকনি জিলিকি উঠিল, সিহঁতৰ সম্বল অস্ত্ৰ হলেও সেই অস্ত্ৰ চোকা আৰু উন্নত ধৰণৰ আছিল। এদিন অকস্মাতে শিল ঘঁহি থাকোতে সেই অগ্নিৰ আবিষ্কাৰ হ'ল ৷.........সেই টিঙিৰীৰ ? সহায় লৈ তেওঁলোকে হাবি-বননি পুৰিবৰ ধৰিলে। .......হিংস্ৰ শত্ৰুৰ বহুতৰ প্ৰাণ নাশ হ'ল। শত্ৰুৰ লগত সংগ্ৰাম কৰিবলৈ আৰু বেচি আৱশ্যক নহল। পুৰুষে চিকাৰ কৰিবলৈ গ'ল, নাৰীয়ে বিশ্ৰামৰ সময়ত কল্পনাৰ জাল বুলে। গুহাত, হাতী দাঁতত, বাঁহৰ চুঙাত, গাহৰি দাঁতত অঙ্কন কৰি সময় কটালে। ..........সেই অঙ্কনত চিকাৰৰ পশু-পক্ষীৰ গছ-গছনিৰ ছবি প্ৰতিফলিত হ'ল। এইদৰে গোষ্ঠী সভ্যতা সৃষ্টি হ'ল ৷১৩

খাদ্য-সংগ্ৰহ আৰু আত্মৰক্ষাৰ উপায়ৰ উন্নতিয়ে মানুহক কিছু অৱসৰ দিছিল যদিও সেই আদিম যুগত কেৱল সময় কটাবলৈ

১১. অসমীয়া কৃষ্টি—পৃষ্ঠা ৫

১২. পূৰ্বোক্ত গ্ৰন্থ, পৃ: ৬।

১৩. পূৰ্বোক্ত গ্ৰন্থ, পৃ: ৬—৭।

মানুহে ছবি আঁকিছিল নে নাই সি অৱশ্যে বিচাৰ্য্য বিষয়। সি যি কি নহওক, এই কথা মন কৰিবলগীয়া যে সেই আদিম লোকসকলৰ ছবিৰ বিষয় আন একো নাছিল, আছিল গছ-গছনি, পশু-পক্ষী। সমাজত যেতিয়া উৎপাদন আৰম্ভ হোৱা নাছিল— যেতিয়া নানা প্ৰকাৰৰ সংগ্ৰহ আৰু চিকাৰেই আছিল মানুহৰ অৱলম্বন—তেতিয়া এই উদ্ভিদ আৰু পশুজগতৰ ওপৰত চৰমভাৱে নিৰ্ভৰ কৰিছিল মানুহৰ দৈহিক অস্তিত্ব। বিষ্ণুপ্ৰসাদে নগাসকলৰ চিত্ৰাঙ্কনত সমাজৰ প্ৰাক-উৎপাদন স্তৰৰ জীৱিকা প্ৰচেষ্টাৰ সৈতে যুক্ত বাস্তৱ জগতখনৰেই প্ৰতিফলন দেখা পাইছে।

বিষ্ণুপ্ৰসাদে লিখিছে যে এইদৰেই 'গোষ্ঠী সভ্যতা' আৰম্ভ হ'ল। বিষ্ণুপ্ৰসাদে ইয়াক 'কৃষ্টি' নুবুলি সভ্যতা বোলাৰ কিবা তাৎপৰ্য্য আছে নেকি? হয়তো আছে। তেওঁৰ মতে নৱ-প্ৰস্তৰ যুগৰ আদিম কৃষিয়েই আদিম কৃষ্টি। কৰ্ষন কাৰ্য্যৰ লগত 'কৃষ্টি' শব্দৰ ব্যুৎপত্তিগত সম্পৰ্কৰ পৰিপ্ৰেক্ষিতত এই উক্তি সম্পূৰ্ণ সঠিক বুলি ভবাৰ থল আছে। কিন্তু কথা হ'ল: প্ৰাক-কৃষি যুগৰ জীৱন-সংগ্ৰামৰ উপায়, শিল্প-কলা, নীতি-নিয়ম আদিক আমি কৃষ্টি বুলিলে ভুল হব নেকি? বিষ্ণুপ্ৰসাদে নিজেও এঠাইত প্ৰাক-কৃষি যুগৰ মিকিৰ সকলৰ কৃষ্টিৰ কথা উল্লেখ কৰিছে। প্ৰকৃতিৰ দাসত্বৰ পৰা মুক্ত হোৱাৰ মানুহৰ যি মুক্তি প্ৰচেষ্টা তাৰ মাজতেই কৃষ্টিৰ উদ্ভৱৰ বীজ নিহিত হৈ আছে। এয়ে বিষ্ণুপ্ৰসাদৰ মত। নৱপ্ৰস্তৰ যুগৰ কৃষি-কাৰ্য্যৰ যুগান্তকাৰী বৈপ্লৱিক ভূমিকাৰ কথা অস্বীকাৰ নকৰিও কোৱা যায় যে—এই অৰ্থত—প্ৰাক্-কৃষি যুগতো একপ্ৰকাৰৰ কৃষ্টি আছিল। কাৰণ আদিম মানুহে তেতিয়াও জীৱিকা-প্ৰচেষ্টা চলাইছিল— সচেতন আৰু সঙ্ঘবদ্ধভাৱে।

দেখা গ'ল, কৃষ্টি-সংস্কৃতিৰ উদ্ভৱ সম্পৰ্কে জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ ব্যাখ্যাত মাজত মৌলিক আৰু গুৰুত্বপূৰ্ণ পাৰ্থক্য আছে। এই পাৰ্থক্যৰ ঘাই কাৰণ কি? থোৰতে কোৱা যায় যে বিপৰীত দাৰ্শনিক অৱস্থানেই আচলতে দুয়োৰে ব্যাখ্যা বিশ্লেষণৰ মাজত থকা মৌলিক পাৰ্থক্যৰ ঘাই কাৰণ। ভাববাদী আৰু বস্তুবাদী দাৰ্শনিক অৱস্থানৰ স্বৰূপ কি আৰু এই দুবিধ দাৰ্শনিক দৃষ্টিভংগীয়ে কি ধৰণৰ পৰস্পৰ বিৰোধী ব্যাখ্যা বিশ্লেষণৰ জন্ম দিব পাৰে তাৰ আভাস আমি এই আলোচনাৰ দ্বিতীয় অংশত দিবলৈ যত্ন কৰিছোঁ। গতিকে ইয়াত তাৰ পুনৰাবৃত্তিৰ প্ৰয়োজন নাই। বিষ্ণুপ্ৰসাদৰ কৃষ্টি-চিন্তাৰ আলোচনা প্ৰসংগত আমি দেখিছোঁ যে বাস্তৱ প্ৰয়োজন আৰু সংগ্ৰামে তেওঁৰ কৃষ্টিৰ উদ্ভৱ সম্পৰ্কীয় ব্যাখ্যাত আগ ঠাই পাইছে। জ্যোতিপ্ৰসাদৰ ব্যাখ্যাত ঈশ্বৰৰ হস্তক্ষেপ বা উপস্থিতি নাই যদিও বহুতো ভাববাদীয়ে প্ৰায় সৰ্বব্যাপী আৰু সৰ্বশক্তিমান বুলি ভবা 'মন'ৰ প্ৰাধান্যই সৰ্বাধিক। অৰ্থাৎ, জ্যোতিপ্ৰসাদৰ ব্যাখ্যা মূলত: বিষয়ীগত ভাববাদৰ দ্বাৰা নিয়ন্ত্ৰিত।

বিষয়ীগত ভাববাদী দৃষ্টিভংগীৰ বাবেই জ্যোতিপ্ৰসাদৰ চিন্তাত শিল্পী যেন সৌন্দৰ্য্য সাধনাৰ সৰ্বকালিক ঐতিহ্যৰ অক্লান্ত বাহক, অন্তৰ্নিহিত সৌন্দৰ্য্য স্পৃহাই যেন শিল্পীৰ সৃষ্টিৰ প্ৰেৰণাৰ এটা ঘাই উৎস। বিষ্ণুপ্ৰসাদৰ চিন্তাত কিন্তু এনে ধাৰণা অনুপস্থিত। তেওঁৰ শিল্পী সনাতন সৌন্দৰ্য্যৰ স্বতঃস্ফূৰ্ত সাধক নহয়, তেওঁৰ শিল্পী ৰাইজৰ সৃষ্টি। নিজৰ বিষয়ে তেওঁ নিৰ্ভেজাল আৰু বিৰল নম্ৰতাৰে লিখিছে:

মানুহে মোক শিল্পী বুলি কয়, মই যদি
শিল্পী হওঁ বিধাতাৰ আশীৰ্ব্বাদত মই শিল্পী

হোৱা নাই—ৰাইজৰ আশীষতহে মই
শিল্পী হৈছোঁ। ৰাইজৰ হিয়া কোঁহৰ পৰা
এটুপি এটুপি ৰস বুটলি আনি মই মোৰ মন
কোঁহত ভৰাই লওঁ। সেই মন কোঁহকে
ৰহঘৰা মৌকোঁহ ৰচি তাৰ পৰা টোপাল টোপাল
বহ নিগাৰি নিগৰি নিগৰি উলিয়াই ৰাইজক
বিলাই দিওঁ। সেয়েহে ৰাইজৰ লগত মোৰ জীৱনৰ
সম্পৰ্ক ওতঃপ্ৰোতভাৱে জড়িত আৰু সেই কাৰণে
ৰাইজৰ দুখত মই সমদুখী ব্যথাত সমব্যথী।১৪

কৃষ্টি-সংস্কৃতিৰ উত্তৰ আৰু শিল্প-সৃষ্টিৰ প্ৰেৰণাৰ সন্দৰ্ভত দুয়োৰে মতৰ মাজত পাৰ্থক্য থাকিলেও শিল্পীৰ সামাজিক দায়বদ্ধতা সম্পৰ্কে কিন্তু দুয়ো একমত। শিল্প-সংস্কৃতিৰ তথাকথিত স্বায়ত্তশাসনৰ দোহাই দি জ্যোতিপ্ৰসাদ বা বিষ্ণুপ্ৰসাদে কেতিয়াও দায়িত্বহীন, লক্ষহীন, জীৱনবিমুখ, বাস্তৱতা বিযুক্ত শিল্পচৰ্চা কৰাৰ কথা কোৱা নাই। দুয়োৰে দৃষ্টিত শিল্পী এখন নতুন পৃথিৱী গঢ়াৰ অক্লান্ত আপোচহীন খনিকৰ। ভৱিষ্যত পৃথিৱী আৰু মংগলময় শাসনতন্ত্ৰৰ কথা কওঁতে জ্যোতিপ্ৰসাদে কেতিয়াবা শিল্পীৰ ভূমিকা তথা নেতৃত্বৰ ওপৰত অত্যাধিক গুৰুত্ব দিয়াও দেখা যায়। বিষ্ণুপ্ৰসাদৰ চিন্তাত শিল্পীয়ে এনে গুৰুত্ব পোৱা নাই যদিও দেশ আৰু জাতিক প্ৰাণবন্ত কৰি তোলাৰ ক্ষেত্ৰত শিল্পীৰ ভূমিকাক তেওঁ কেতিয়াবা বিশেষভাৱে গুৰুত্ব দিয়া চকুত পৰে :

ৰাজনৈতিক দলে এটা জাতি বা দেশহে গঠন কৰে,
তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে, প্ৰাণ প্ৰতিষ্ঠা
কৰি জীৱন্ত কৰি তোলে শিল্পীয়েহে, গণদেৱতাৰ

---

১৪. বিষ্ণুৰাভা, ৰচনাৱলী পৃঃ ৩১০

বিবেক ৰখীয়া হিচাপে দেশ আৰু জাতিৰ কল্যাণৰ কাৰণে ।১৫

বিষ্ণুপ্ৰসাদ আৰু জ্যোতিপ্ৰসাদৰ সংস্কৃতি-চিন্তাৰ আটাইতকৈ তাৎপৰ্য্যপূৰ্ণ বৈশিষ্ট হ'ল মানুহকেন্দ্ৰিকতা। বিষ্ণুপ্ৰসাদৰ গীত, মাত, নাট, আলেখ্য পঢ়িলেই অনায়াসে বুজা যায় যে তেওঁৰ সংস্কৃতি-চিন্তা তথা শিল্প-সৃষ্টিৰ কেন্দ্ৰবিন্দু মানুহ। তেওঁৰ এই মানুহ কেন্দ্ৰিকতা কি ধৰণৰ তাৰ আভাস তেওঁৰ নাটক সম্পৰ্কীয় মন্তব্যতেই সুন্দৰভাৱে ওলাই পৰিছে ঃ

> মুঠতে নতুন পদ্ধতিৰে নতুন বাস্তৱজীৱন ৰচনাৰ প্ৰেৰণা, কল্পনা, অনুভূতি আদিৰ নতুন বিষয়-বস্তু উলিয়াই মানস চকুৰে ৰঙ্গমঞ্চত দৃশ্যাৱলীৰ মাজত অভিনয় দেখাকৈ লিখিব লাগে। সেই নাটকত থাকিব বাস্তৱ জীৱন, থাকিব নিৰ্য্যাতিত নিপীড়িত দুখীয়া কৃষক বনুৱাৰ দুঃখময় জীৱনত [ জীৱনৰ ] ঘাত-প্ৰতিঘাত, অসমীয়া জীৱনৰ প্ৰকৃত ছবি ।১৬

জ্যোতিপ্ৰসাদৰ চিন্তাও প্ৰায় সমগোত্ৰীয়। তেওঁ আগবঢ়োৱা সংস্কৃতিৰ ত্ৰিভুজ তত্বটোৱেই মানুহ-কেন্দ্ৰিক সংস্কৃতি-চিন্তাৰ উজ্বলতম নিদৰ্শন। বিষ্ণুপ্ৰসাদৰ দৰে তেওঁৰ ৰচনাতো নাটক সম্পৰ্কীয় মন্তব্য আমি পঢ়িবলৈ পাওঁ। এই মন্তব্যৰ মাজত আছে উদ্দেশ্যধৰ্মী আৰু মানুহ-কেন্দ্ৰিক সংস্কৃতি-সৃষ্টিৰ পৰোক্ষ নিৰ্দ্দেশ। কথাখিনি পঢ়িলে বুজা যাব শিল্পৰ বাস্তৱমুখী চৰিত্ৰ আৰু সামাজিক দায়বদ্ধতাৰ ক্ষেত্ৰত বিষ্ণুপ্ৰসাদৰ লগত তেওঁৰ মূল চিন্তাৰ

১৫. বিষ্ণুৰাভা ৰচনাৱলী, পৃঃ ৩৯।

১৬. বিষ্ণুৰাভা, অসমীয়া কৃষ্টিৰ চমু আভাষ, গুৱাহাটী, ১৯৮২, পৃঃ ২৬

মিত্র কিমান গভীৰ আৰু তাৎপৰ্য্যপূৰ্ণ ঃ

> সেইদৰে নাট্যশিল্পীয়ে একালে জীৱনৰ ধুনীয়া ভাগ দাপোণত দাঙি ধৰি মানৱক নিজৰ সুন্দৰ ৰূপ দেখুৱাই আনন্দ দিয়াৰ লগে-লগে জীৱনৰ স্তৰে স্তৰে, বাহিৰে ভিতৰে যত আনন্দ আৰু সৌন্দৰ্য্য নাইকিয়া হৈছে তাকো দেখুৱাই যায়। কেতিয়াবা সমাজৰ বিবেকক সাৰ পোৱাই দিয়ে— কেতিয়াবা নিজৰ মনীষাৰ পোহৰত পোৱা মীমাংসা সমাজৰ আগত দাঙি ধৰে—কেতিয়াবা সেই নিৰানন্দ কদৰ্য্যতাত গেলি পচি তাৰ পৰা উঠিব পৰা আৰু যি অন্যায় সামাজিক ব্যৱস্থাৰ পৰা সেই অৱস্থা ঘটিছে তাৰ সৈতে সংঘাত কৰি নিজকে মুক্ত কৰিব পৰা শক্তি সেই পীড়িতৰ মাজত উদ্বোধিত কৰিবলৈ লিখনীৰ আগেদি জুই-ফিৰিঙতি ছটিয়াই দিয়ে।১৭

প্ৰশ্ন হ'ল : উত্তৰৰ সন্দৰ্ভত দুয়োৰে দাৰ্শনিক অৱস্থান ভিন্ন হোৱা স্বত্বেও কৃষ্টি-সংস্কৃতিৰ গণস্বাৰ্থ কেন্দ্ৰিক সামাজিক ভূমিকাই কিয় দুয়োৰে সংস্কৃতি চিন্তাত মুখ্য স্থান পালে? ইয়াৰ উত্তৰত আমি মাত্ৰ ইয়াকেই কব পাৰোঁ যে, দাৰ্শনিক অৱস্থান ভিন্ন হলেও দুয়ো আছিল মূলতঃ গণস্বাৰ্থৰ পক্ষে। দেশী-বিদেশী শোষণ নিপীড়নৰ বিৰুদ্ধে মানুহৰ যি সামাজিক সংগ্ৰাম—সেই সংগ্ৰামত জ্যোতিপ্ৰসাদ আৰু বিষ্ণুৰাভা আছিল বাইজৰ পক্ষে, প্ৰগতিৰ পক্ষে। থোৰতে কবলৈ গলে এই সামাজিক তথা ৰাজনৈতিক অৱস্থানৰ প্ৰতিফলনেই তেওঁলোকৰ গণমুখী সংস্কৃতি চিন্তা। নিৰ্দ্বিধাই কোৱা যায় যে এই খিনিতেই দুয়োৰে সংস্কৃতি-চিন্তাৰ মৌলিক ঐক্য আৰু অবিস্মৰণীয় মহত্বৰ পূৰ্ণ প্ৰকাশ ঘটিছে।

১৭. জ্যোতিপ্ৰসাদ ৰচনাৱলী, পৃঃ ৫২২।

# ৰাভাৰ কবি-মানস

নলিনীধৰ ভট্টাচাৰ্য

বিষ্ণুৰাভাৰ আত্মাই যেন আমাক সকীয়াই আছেঃ নই পোহৰ, মোৰ বুকুত তোমালোকে ছুৰী বহুৱাব নোৱাৰা ॥ এই কথা মিছা নহয়। আমাৰ অজলা ৰাইজে বৰ আশাৰে স্বাধীনতাক আদৰিছিল, বিশ্বাস কৰিছিল কৰ্ণধাৰসকলৰ ওপৰত। কিন্তু লাহে লাহে সেই বিশ্বাস ধূলিত বিলীন হ'ল। ৰবি ঠাকুৰে কৈছিল, এ দৈন্য মাঝাৰে, কবি নিয়ে এসো স্বৰ্গ হতে বিশ্বাসেৰ ছবি। ৰাভাই বিশ্বাসৰ ছবি আঁকিবলৈ কবিতা-গানৰ আশ্ৰয় লৈছিল আৰু নিজেও ৰাইজৰ পদ চুমি জপিয়াই পৰিছিল ৰণক্ষেত্ৰত। শিখা জ্বলিল আৰু নুমাল, কিন্তু পোহৰ থাকি গ'ল। ৰাভাৰ মৃত্যু নাই।

ৰাভাৰ কবিতাৰ ভাষা আৰু মুখৰ কথাৰ মাজত পাৰ্থক্য নাছিল। যি ভাষাত তেওঁ কথা পাতিছিল, সেই ভাষাকে তেওঁৰ ৰচনাতো ব্যৱহাৰ কৰিছিল। সেই একেটা ভাষাৰেই তেওঁ যুজৰ থলীত ধ্বনিও দিছিল। এই পাৰ্থক্যহীনতাই তেওঁৰ চৰিত্ৰ অকৃ-ত্ৰিম কৰি তুলিছিল। পাশ্চাত্য শিক্ষাত শিক্ষিত নগৰ-নিবাসী সকলে বিষ্ণুৰাভাৰ এই সৰল অকৃত্ৰিম জীৱনক চিনি নেপায়। জীৱনৰ সৈতে যুক্ত ঝঞা-বিক্ষুব্ধ এই জন পুৰুষে অন্তৰত লালন কৰিছিল মাৰ্ক্সীয় আদৰ্শ ;—এই আদৰ্শৰ বাবেই তেওঁ 'হজুৱা বনুৱা তল-মজলীয়া' সকলৰ হৈ যুজ দিছিল। যুজ অকলে কৰিব নোৱাৰি; সেইবাবে ৰাইজক উদগনি দিবলৈ তেওঁ সাংস্কৃতিক আহিলা ব্যৱহাৰ কৰিছিল। সংস্কৃতিও এবিধ আবেগিক আৰু মননশীল শ্ৰম। বহিৰ্জগত তাৰ উৎস; কিন্তু বহিৰ্জাগতিক উপাদানৰ লগতে সংস্কৃ-তিয়ে তাৰ নিজা ধৰ্মৰক্ষা কৰিব লাগে। ৰাভাৰ ৰচনাৱলীত নান্দনিক দিশটো অ'ত ত'ত ফুটি ওলাইছে যদিও সামগ্ৰিকভাৱে

তাৰ অভাৱ অনুভৱ কৰিব পাৰি। আমাৰ হাতত তেওঁৰ কবিতা বা গান যিখিনি আছে, সেইখিনিকে সমল স্বৰূপে লৈ আমি তাৰ অন্তৰালত থকা ৰাভাৰ মনটো চালি-জাৰি চাবলৈ ইয়াত যত্ন কৰিম।

কবি আৰু কৰ্মীৰ মাজত দ্বন্দ আছে নে কি? বোধহয় নাই। কবি সমাজৰে মানুহ আৰু তেওঁ সমাজৰ পৰাই অভিজ্ঞতা বুটলি তাৰ নিৰ্য্যাসেৰে সৃষ্টি কৰে। সৃষ্টি কৰিবলৈ অৱশ্যে কবিক নিজান কুঠৰীৰ প্ৰয়োজন হয়; কিন্তু কবিক এই নিৰ্জনতাৰ আৱশ্যক হয় তেওঁৰ মানবীয় সত্তাক জনসমাজৰ মাজলৈ প্ৰসাৰিত কৰিবৰ বাবেহে। তাকে কৰাত কবিয়ে শব্দৰ লগতে সংসাৰ কৰিব লাগিব, তাক বাছি-বিচাৰি আনি সুন্দৰকৈ প্ৰকাশ কৰিব লাগিব, লগতে কল্পনা অথবা মননশীল আবেগৰ সৃষ্টিৰ বাবেও তেওঁ যত্ন কৰিব লাগিব। অনাৱশ্যক বিস্তাৰ, গভীৰতাহীন আপাত ৰমনীয়তা, বৈচিত্ৰহীনতা, বৰ্ণনাধৰ্মিতাৰ আতিশয্য—এনেবোৰ আংগিক-গত ত্ৰুটিৰ পৰা কবি মুক্ত হ'বলৈও যত্ন কৰিব লাগিব। আন-হাতে পাঠকৰ প্ৰতিও তেওঁ উদাসীন হ'ব নোৱাৰে। ৰাভাৰ কবিতা বহিৰ্বাস্তৱলৈ প্ৰসাৰিত আবেগিক শ্ৰম বুলিব পাৰি—কিন্তু সি তাৰ উৎকৃষ্ট নিদৰ্শন নহ'বও পাৰে। ইয়াৰ কাৰণ বোধহয় ৰাভাৰ বহেমিয়ান জীৱন—য'তে ইচ্ছা যায় লিখে,—তাৰ সংশোধন বা পৰিমাৰ্জনৰ সময় নেথাকে। ৰাজনীতি সংস্কৃতিৰ বিৰোধী নহয়; সৃষ্টিৰ মুহূৰ্তত ৰাজনীতি তাৰ বীজ,—ফ'লে ফুলে জাতিষ্কাৰ হোৱা সংস্কৃতিৰ গছজোপা নিৰ্মাণ কৰে কবিয়ে। ৰাভাৰ দৰে প্ৰতিভাৱান শিল্পীৰ হাতত সৃষ্টিসমূহৰ ৰূপ অধিক আকৰ্ষণীয় হ'লহেঁতেন, যদি তেওঁ আৰু অলপ এই বিষয়ত পৰিশ্ৰমী হ'লহেঁতেন। এতিয়া খেদ কৰি লাভ নাই। ৰাভাৰ লেখাৰ মাজতে ৰাভা মানুহজন লুকাই আছে।

তথাপি ৰাভাৰ ৰচনাত যি আন্তৰিকতা আছে, সিয়েই আমাৰ সমল। তেওঁ ভাবিছিল হজুৱা বনুৱা ৰাইজৰ কথা। তেওঁলোকে

বুজা ভাষা এটা ক'বলৈ বা আবিষ্কাৰ কৰিবলৈ তেওঁ চেষ্টা কৰিছিল। তেওঁৰ লক্ষ্য আছিল তাৎকালিকভাৱে মানুহক জগাই তোলা। "ন পৃথিৱীৰ নতুন যুগ" নামৰ নৃত্য-নাটিকাত তেওঁ কল্পনা কৰিছে পঞ্চায়ত ৰাজৰ ম'ত—

উঠিছে নবীন সূৰ্য্য
বাজিছে বিজয় তুৰ্য্য
জাগে দীন-হীন শৌৰ্য্য
উজ্জীৱিত নৱ বীৰ্য
শাসে নৱ জন-গণৰাজ
সুখৰে পঞ্চায়ত ৰাজ

এই 'জন-গণ-ৰাজ'ৰ বাবেই উৎসৰ্গিত ৰাভাৰ দৰে এজন মানুহৰ ভাব প্ৰকাশৰ আন্তৰিকতা নিশ্চয় সন্দেহাতীত।

ৰাভাক আমি সময়ৰ পটভূমিতে চাব লাগিব। যৌৱনত তেওঁ সাম্ৰাজ্যবাদী ইংৰাজৰ বিৰুদ্ধে হোৱা স্বাধীনতা আন্দোলনৰ অগ্নিগৰ্ভ প্ৰমূল্য সমূহৰ প্ৰতি আকৃষ্ট হৈছিল; স্বাধীনতা লাভৰ পিছত তেওঁৰ স্বপ্নভংগ হ'ল। জ্যোতিপ্ৰসাদৰো সেয়ে হৈছিল। ইয়াৰ ফলতেই তেওঁ বামপন্থী আদৰ্শৰ অনুসন্ধানত প্ৰবৃত্ত হ'ল আৰু তাতেই অনুভৱ কৰিলে দাৰ্শনিক পূৰ্ণতা। সেই দিনৰ আৰ, চি, পি, আইৰ লগত জড়িত হৈ তেওঁ অসমৰ গাঁৱে-ভুঞে পৰ্বতে-পাহাৰে অঘৰী জীৱন কটাবলগীয়া হৈছিল। স্বাধীন চৰকাৰেও তেওঁৰ বিদ্ৰোহী চৰিত্ৰ সহ্য কৰা নাছিল। তেওঁৰ ওপৰত খড়্গহস্ত হৈছিল। এইবোৰ কথা এতিয়া সকলোৱেই জানে। তেওঁৰ মানসিকতা গঠনত সহায় কৰিছিল সাম্যবাদী চিন্তা আৰু জন-সংযোগে। সৰল-সহজ হৃদয়বান মানুহজনে পীড়িত মানুহৰ বাবে সকলো ত্যাগ কৰিবলৈ সাজু হ'ল। তেওঁৰ মানত তুচ্ছ হ'ল ধন-সম্পদ, মধ্যবিত্তীয় জীৱন-চৰ্য্যা; সামগ্ৰিক জীৱনৰ বিকাশৰ প্ৰশ্নটোৱেই ডাঙৰ হৈ দেখা দিলে। জৈবিক প্ৰবৃত্তি আৰু বহিৰ্বাস্তৱৰ পৰিবৰ্ত্তন সাধনাৰ

চেতনা—এই দুয়োটাৰ দ্বন্দত তেওঁৰ মানসিক জগত অস্থিৰ হৈছিল। এই অস্থিৰতাৰ অৱসান ঘটাবলৈকে তেওঁ সামাজিক বা মানবীয় দায়িত্ব গ্রহণ কৰিছিল। তেওঁৰ ব্যক্তিগত অহং সামাজিক অহংত পৰিণত হ'ল। সময়ৰ কদৰ্য্যতাৰ মৰুভূমিতে এই সামাজিক অহংৰ জন্ম। ৰাইজৰ দৈন্যই তেওঁৰ অন্তৰত ক্রোধ আৰু ঘৃণাৰ সৃষ্টি কৰিছিল। তেওঁ স্বপ্ন দেখিছিল জাককৰা নাৱৰ। এই নাও বামেও যায়। ই অসম্ভৱকো সম্ভৱ কৰিব পাৰে। অনুভূতিক উমৈহতীয়া কৰিব পাৰিলেই বিপ্লৱৰ অগ্নি-জ্বলে। এই ধাৰণাৰে উদ্দীপ্ত হৈ ৰাভা আগবাঢ়িছিল, হয়তো ৰাজনৈতিক চিন্তাৰ ধুঁৱলী-কুঁৱলীত তেওঁ ভাবিছিল বিপ্লৱ আসন্ন, তেওঁৰ 'ন-পৃথিৱী'ৰ পোহৰ সমাগত। কিন্তু সি সম্ভৱ নহ'ল। অৱশেষত তেওঁ কাৰাগাৰলৈ যাবলগীয়া হ'ল। বিশ্বাসৰ ছবি আঁকি ৰাইজক তেওঁ দেখুৱাইছিল সচা, কিন্তু প্রতিকূল পৰিস্থিতিৰ বাবে ঠিকতে সি পূর্ণতা নেপালে। উৎসাহৰ ফিৰিঙতি নুমাল যদিও 'দোষে-গুণে ভাওনাৰ শেষ' হোৱালৈকে তেওঁ সাম্যবাদী চিন্তাৰ খুটি এৰি দিয়া নাছিল।

আমাৰ দেশত পুঁজিবাদৰ গতি শামুকীয়া। ৰাভাৰ দিনতো সেয়ে আছিল। এনেবোৰ কাৰণতে ঠায়ে ঠায়ে প্রাচীন প্রমূল্য সমূহ (কিছুমান আদিম আৰু কিছুমান সামন্তযুগীয়) ৰাইজৰ মাজত খোপনি পুতি আছে। এটা সময়ত সেইবোৰ প্রমূল্যৰ পটভূমি নিশ্চয় আছিল, আজি কিন্তু তাৰ উপযোগিতা নাই। ক্ষয়িষ্ণু পুঁজিবাদী চিন্তা আৰু প্রাচীন ঐতিহ্য উভয়ৰে মাজত পৰি ৰাইজ যি অন্তর্দ্বন্দত ভুগি আছে, তাক দূৰ কৰাৰ কোনো উপায় তেওঁলোকৰ হাতত নাই। এই কথা আজি যেনেকৈ সচা, ৰাভাৰ দিনতো তেনেকৈ সচা। সমাজৰ মঞ্চত যি ট্রেজেডি চলি আছে, তাক দূৰ কৰিবলৈ এৰিষ্টটলৰ 'কেথাৰছিছ' আজিৰ পটভূমিত যথেষ্ট নহয়। আধুনিক কালৰ দুখ-দুর্দশা ট্ৰেজিক উপায়ে, কাৰুণ্য-বিলাপেৰে দূৰ কৰিব নোৱাৰি। আজিৰ কলাৰ ট্রেজেডিও তাতেই॥

সমাজত আছোঁ যদিও সমাজৰ শক্তিসমূহৰ কথা আমি নেজানো; আমি আমাৰ অজ্ঞাতসাৰেই তাৰ দাস হৈ পৰিছোঁ। আমি বেতেৰীত চেপা খোৱা সৰিয়হ। এই উপমা এঠাইত ৰাভাই ব্যৱহাৰ কৰিছে

··········খিলং বহনা-কাঠ

খোপে খোপে বহৱাই আইনৰ জাল খোৱা
ৰাইজ বেহাৰেৰে ভৰা
বেতেৰীটি তাত···

উপমাটো মনকৰিবলগীয়া; জন্মভূমি বহনা-কাঠ। তাত 'দেৱতা' সকল বহি ৰাইজ-ৰূপী সৰিয়হ চেপি তাৰ তেল টুপি ভোগ কৰিছে। সাধাৰণ ৰাইজৰ বাবে উজনি অসমৰ শ্ৰম-জীৱনৰ পৰা তেওঁ এই উপমাটি বুটলি আনিছিল। ইয়াত কবিৰ মানবীয় সত্ত্বা আদি বহিৰ্জগতত থিত লৈছেহি। শোষণৰ এই ভয়াবহতা নাশ কৰিবলৈকে তেওঁ বিপ্লৱৰ অগ্নি-চাপৰিত ভৰি দিছিল। ৰুদ্ৰ আৰু কালীৰ সংহাৰ মূৰ্তিৰ উপমাৰে জনতাৰ মাজত থিয় হৈ স্বতঃস্ফূৰ্ত আবেগত তেওঁ এইবুলি চিঞৰি উঠিছিল :

হেৰ' হেৰ' অগনি-যুগৰ ৰঙা ফিৰিঙতি শিখা
জ্বল্ জ্বল্ উঠ্ উঠ্ আন কাঢ়ি ৰুদ্ৰ কপালৰ ৰক্ত চন্দ্ৰ কলা ৰেখা
তুলি ল তুলি ল তই কৰালী কালীৰ ভীম ভয়ঙ্কৰ খড়্গ
ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্ কাৰাৰ কপাট, শত অভিশাপ পূৰ্ণ এই
দুখময় দুৰ্গ

ৰাজহুৱা কল্যাণৰ বাবে উৎকণ্ঠিত এখন বেদনা-বিধুৰ হৃদয়ৰ এই ধ্বংসৰ আহ্বানত লুকাই আছে মুক্তি-দেউল'ৰ স্বপ্ন। এই দেউলৰ মাজত জন-জীৱন জেউতিৰে জলমলাই উঠে :

ধুমুহাৰ ৰাতিৰ ক'লা আন্ধাৰৰ বক্ষ ছিৰাছিৰ হ'ল
তোমাৰ সাহৰ উজ্জ্বল জেউতি জ্বলি উঠে জলমল্।

ধুমুহাৰ গোঁসানীৰ উপাসক ৰাভাই সমদলৰ আগত থাকি আন্ধাৰৰ বুকু বিদীৰ্ণ কৰি সাহসী সেনানীৰ দায়িত্ব কান্ধ পাতি

জোৰাৰ ব্যঞ্জনা ইয়াত আছে।

ৰাভাৰ কবিতাৰ সংখ্যা কম। গান হে বেছি। গানৰ ৰচয়িতাও এক অৰ্থত কবি—যদিও গান ধ্বনি-প্ৰধান, কবিতা ব্যঞ্জনা-প্ৰধান। এটাৰ বৈশিষ্ট্য সুৰ, আনটোৰ অৰ্থ-ব্যঞ্জনা। পাৰ্থক্য থাকিলেও গানতো কবি-কল্পনাৰ স্পৰ্শ থাকে। ৰাভাৰ ভাবেমান গানত এই স্পৰ্শ অনুভূত হয়। ৰাভাৰ মনৰ কোণত যি ট্ৰেজেডি নামী ইচ্ছাশক্তিয়ে বাহ লৈছিল, তাক তেওঁ শব্দসমূহৰ অনুষংগৰ মাজত ধৰি ৰাখিবলৈ যত্ন কৰিছিল। এই অনুষংগসমূহৰ উৎস হ'ল সামাজিক অহং; সেইবাবেই শব্দসমূহৰ চৰিত্ৰও বেলেগ। অৱক্ষয়ৰ যুগত সৃষ্টিৰ নিজৰা শুকাই যায়। বন্ধ্যা বন্দৰ মাজত মানুহৰ মন জৰ্জৰিত হয়। ৰাভা থিয় দিছিল এই অৱক্ষয় আৰু ট্ৰেজেডিৰ বিৰুদ্ধে। ৰাভা প্ৰসংগত এই কথা আমি মনত ৰাখিলেই তেওঁৰ কাব্যিক বিচ্যুতিসমূহ সহানুভূতিৰে চাবলৈ সমৰ্থ হ'ম। অ'ত ত'ত সিঁচৰতি হৈ থকা উজ্জ্বলতাসমূহ আমি আদৰি লোৱাৰ মানসিকতা অৰ্জন কৰিব পাৰিম।

কেতিয়াবা কেতিয়াবা তেওঁ সহজ-সৰল ভাষাত ভৱিষ্যত নিৰ্মাণৰ কল্পনা কৰিছিল, তাত প্ৰকাশৰ লাৱণ্যও নোহোৱা নহয়, ভাষা মাটিৰ সুবাসেৰে উজ্জ্বল ছন্দোময়, সুৰীয়া আৰু লোকগীতিৰ স্মাৰক :

চোতালৰ আৰবি আজুৰি পিজুৰি সাজিমে ফুলনিবাৰী
জলমল ধুনীয়া হ'ব বিনন্দীয়া আমাৰে অলকাপুৰী।

ইয়াত 'অলকাপুৰী'ৰ অনুষংগ পৌৰাণিক হ'লেও, সি আজিৰ ৰাস্তৱৰ লগত সংযুক্ত। ই তেওঁৰ আশাবাদী মনৰ, জীৱনবোধৰ পৰিচায়ক। 'তমোহৰ শিৱ'ৰ কথাও তেওঁ কেইবাঠাইতো উল্লেখ কৰিছে। 'বিশ্বৰ ছন্দে ছন্দে' গীতত তমোহৰ দেউ' যেন তাণ্ডৱ নৃত্যত তালে তালে ধ্বংস আৰু সৃষ্টিৰ প্ৰাণোজ্জ্বল প্ৰতীক হৈ পৰিছে। তেওঁ অজ্ঞান-এন্ধাৰ বিনাশি পুলকানন্দত নাচোনৰ তালে তালে বননি পুষ্পিত কৰি তুলিছে। এই কল্পনা মনোৰম। সুখৰ কথা আজি

শুনিব কোনে ? দুখত ম্রিয়মান হৈ জীৱনৰ ৰং সলনি কৰিব নোৱাৰি। কেৱল স্বপ্নতে যি সকল বিভোৰ হৈ থাকে, তেওঁলোক প্ৰবৃত্তি-তাড়িত হৈ বহিৰ্জগতৰ পৰা আঁতৰি কুচিমুচি শোৱাপাটীতে বাগৰ দিয়ে। আজিৰ কবিতাই এনে কৰিব নোৱাৰে। কবিতা সত্বাৰ সম্প্ৰসাৰণ। সি সকলো ভৌতিক দুখৰ (যি দুখৰ কাৰণ আকৌ বাস্তৱৰ দৈন্য) অন্ত পেলোৱাত সহায় কৰে আৰু জন-জীৱনত মানবীয় আনন্দৰ বীজ ৰোপন কৰিবলৈ যত্ন কৰে। এই ধাৰণা তলৰ স্তৱকত পৰিস্ফুটঃ

মোৰ কবিতাৰ ছন্দ লাগি স্পন্দন তোৰ জাগেনে ?
কথা মালিকাৰ গন্ধ লাগি সোনৰ সপোন ভাগেনে ?

'কথা মালিকাৰ গন্ধ' কথাষাৰ অৰ্থব্যঞ্জক। কবিৰ শব্দানু-সংগৰ ফুলৰ দৰে গোন্ধ আছে॥ সেই গোন্ধত যেন সপোন-বিভোৰ সকলৰ বাস্তৱ-বিমুখ চৰিত্ৰৰ অন্ত পৰে। তেওঁ প্ৰকৃতিৰ মানবীয়কৰণৰ জৰিয়তে বিশ্বজোৰা মহানন্দৰ কল্পনাও কৰিছে।

নাচে তৰা ছন্দে ছন্দে বিশ্ব-ভৰা মহানন্দে
সেই উল্লাহত হৰষ লাগি হিয়াত নাচোন নুঠেনে ?

ৰাভা 'আৱাহন', বাঁহী আদি আলোচনীৰ পৰিমণ্ডলৰ মানুহ। সেইবাবে শব্দ-চয়নত সমন্বয়ৰ চিহ্ন আছে। প্ৰকৃতি, প্ৰেম, ঈশ্বৰ, মৃত্যু, ৰহস্যবাদ এনেবোৰ ব্যক্তিগত বিষয়ৰ বেহত সোমাই থকা মজলীয়া মা তলমজলীয়া শ্ৰেণীৰ কবিসকলৰ লিৰিকেল উচ্ছাসৰ ঐতিহ্য আৰু বহিৰ্জগত সম্বন্ধে সচেতন সকলৰ বজ্ৰকঠিন শব্দৰ পৰম্পৰা—এই দুয়োটা সঁতিৰ লগতে ৰাভাৰ ঘনিষ্ঠ পৰিচয় আছিল। তদুপৰি অতীত অসমৰ কাৰ্বিসকলৰ দিনৰে পৰা সমন্বিত সংস্কৃতিলৈকে—সকলোখিনি তেওঁ উজাৰি চাইছিল—জানোচা লোকায়ত ভেটিটোত ঐক্যৰ এনাজৰীডাল ওলায়েই। এই বিষয়ত ৰাভাই বোধকৰো প্ৰথম ক্ষেত্ৰকৰ্মী। লোককৃষ্টিৰ পৰাই তেওঁ জীৱনী-শক্তি আহৰণ কৰিছিল। ৰামধেনু যুগৰ চুৰৰিয়েলিষ্টিক বা প্ৰতীকবাদী ভংগীয়ে (ইয়াৰ ব্যতিক্ৰম আছিল) যি ভাষাৰ সৃষ্টি কৰিছিল

সেই ভাষাৰ প্ৰতি তেওঁ মনোযোগী মাছিল বুলিয়েই ধাৰণা হয়। সাম্যবাদত দীক্ষিত হোৱাৰ পিছৰ পৰাই, তেওঁৰ ভাষাত সোমাই পৰিছিল প্ৰতিবাদ, সংগ্ৰাম আৰু বিপ্লৱৰ আশাবাদী দৃষ্টিভংগী। এটা সময়ত অৱশ্যে তেওঁ 'পৰজনমৰ শুভলগনত' গীতৰ দৰে গীতো লিখিছিল। প্ৰেমাস্পদৰ বিয়োগ-ব্যথাৰ আন্তৰিক প্ৰকাশ এই গীতটোৰ সুকীয়া মাধুৰ্য থাকিলেও, সি তেওঁৰ ধ্যান-ধাৰণাৰ প্ৰতিনিধিত্ব নকৰে। কীৰ্ত্তন-দশম-নামঘোষা হওক আমাৰ বীৰ্য্য—এই ধাৰণাও হয়তো ডেকাগিৰীৰ প্ৰতি অসীম শ্ৰদ্ধাৰে প্ৰতিধ্বনি। সুৰাৰ দেউল'তে' অৱশ্যে ইয়াৰ ব্যতিক্ৰম। সুৰৰ দেউলৰ পূজাৰী কবি নিজেই; তেওঁৰ মুক্তি দেউলত জীৱন আৰু শিল্পৰ সমন্ধ নিচেই ওচৰ। ৰাজনীতিক বৃকুত বাঙ্কি জন-সমুদ্ৰত বুৰ দিওঁতে তেওঁ উপলব্ধি কৰিছিল মানুহৰ দুখ। শ্ৰেণী-বিভক্ত সমাজৰ কৰ্ণধাৰ সকলক তেওঁ শুনাই দিছিল সতৰ্কবাণী, এই সতৰ্কবাণী উক্ত, নিৰহংকাৰ যেন নিপীড়িত মানুহৰ মাজত থিয় হৈহে তেওঁ উচ্চাৰণ কৰিছে :

চূৰ্ণ কৰিম আমি সংগ্ৰামী
দৰ্প ধনীৰ—পণ আমাৰ
হুচিয়াৰ! হুচিয়াৰ!
ধনী—মহাজন! জমিদাৰ!
হুচিয়াৰ! হুচিয়াৰ!

এই সতৰ্ক বাণীৰ পিছত জনতাক যেন তেওঁ আগবাঢ়িবলৈ ইংগিত দিছে :

কাৰখানা-কল আমাৰ সৃজন
পথাৰ সুবহল
তেওঁনো কিয় আমাৰ এনে
আলৈ বিলৈ হ'ল?
ৰঙা তেজৰ নিচানটি লৈ
আগবাঢ়ি যাওঁ ব'ল।

এই ভাষাত অভিজ্ঞতাৰ নিৰ্য্যাস আছে। ই সবল সহজ আন্তৰিক অথচ জটিল সমাজ ব্যৱস্থাৰো দ্যোতক। ইয়াত মানুহে মানুহে সংঘাত অথচ তাৰ পৰা তেওঁলোকৰ মুক্তি নাই।

শ্ৰমৰ প্ৰতি শ্ৰদ্ধা তেওঁৰ গীত-কবিতাৰ আন এটি দিশ। অসমৰ শিপিনীৰ দেহ-লাৱণ্য চৰাই তোলে শ্ৰমে, কজী হাত দুখনৰ ঘামে। তাই আই নাম গায়, তাঁত বয়, টাকুৰী ঘূৰায়। তাই যেন জগতক জনায় : বাপে চকু ৰোৱা / টাকুৰী ঘূৰোৱা ঐ শিপিনী কাজী। পথাৰৰ বোৱনী জনীৰ গীতত তেওঁ শুনে' 'শোষিতৰ মহা বিজয়ৰ ৰোল।' তাইক তেওঁ ভাল পায়, অথচ প্ৰণয়ৰ বাহুডোল ছিঙি তেওঁ ওলাই যাব খুজিছে—জনতাৰ মাজলৈ। এহাতে প্ৰিয়তমাৰ প্ৰতি আকৰ্ষণ আৰু আনহাতে বিপ্লৱৰ আহ্বান—এই দ্বন্দত তেওঁ হাৰি যোৱা নাই॥ ৰঙা নিচান তেওঁ কলিজাৰ তেজেৰে বোলোৱা। সেই পতাকা লৈ তেওঁ ওলাই যাব—শোষিতৰ বিজয়তোৰণ নিৰ্মাণ কৰিবৰ বাবে।

যি সময়ত কবিতাৰ ভাষা নিতান্ত আত্মগত হৈছিল, সেই সময়ত ৰাভাই সামাজিক প্ৰমূল্যৰ অধিকাৰী এটি ভাষাৰ সৃষ্টি কৰিছিল। সম্ভৱতঃ অসমৰ কাব্য-সাহিত্যৰ বুৰঞ্জীত কবি ধীৰেণ দত্তৰ পিছতেই ৰাভাই এনে ভাষা নিৰ্মাণৰ কাম হাতত লৈছিল। মুক্তি দেউল, 'মুক্তিৰ শৰাই', 'বিপ্লৱ' অসুৰ, 'গাণ্ডীৱ' 'অগনি', তেজপিয়া' ধুমুহা', তমোহৰ দেউ, গণদেৱতা'—আদি শব্দৰ বাৰ-ম্বাৰ ব্যৱহাৰে তেওঁৰ মনৰ ভিতৰখনত কিহে উখল-মাখল লগাই তাৰ আভাস আমাক দিয়ে। 'পৰাণৰ আই, জীৱনৰ আই, কিয়নো বন্দিনী?' এই জিজ্ঞাসাই তেওঁক লৈ গৈছিল, মাটিৰ বুকুলৈ, জনতাৰ মাজলৈ। স্বদেশ-প্ৰীতি আৰু বিশ্ব-সংঙ্ঘৰ ধাৰণা—এই দুই বৈপৰীত্যৰ মাজত তেওঁ সাঁকো ৰচনা কৰিছিল :

জাতি দল বিভেদ বিহীন
হ'ব এক নতুন সমাজতন্ত্ৰ
ঐক্যোবিৰ মহামন্ত্ৰ

চলাই সাম্যৰ মন্ত্ৰ
বিশ-সঙ্ঘ মিলি সবে কৰিব শাসন
ৰজা হ'ব হীন জন-গণ !

তেওঁ যেন ধুমুহাৰ বা, জনতাৰ শৰীৰৰ বন্ধে বন্ধে সোমাই জগাই তুলিব মানুহক-পুৰণিক ভাঙিবলৈ আৰু নতুনক নিৰ্মাণ কৰিবলৈ....

ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্
লোহাৰ শিকলি ভাঙ্
ছিণ্ড্ ছিণ্ড্ ছিণ্ড্ ছিণ্ড্
দাসৰ বান্ধোন ছিণ্ড্

এই সামাজিক আৰু মানবীয় তাৎপৰ্য বহন কৰা বলিষ্ঠ অনুভূতিয়ে সচেতন দলিতজনৰ অন্তৰ এদিন স্পৰ্শ কৰিছিল আৰু এই বাবেই জনতাৰো তেওঁ প্ৰিয় 'ফেৰেঙ্গাদাও' হৈছিল। অত্যাচাৰীৰ বিৰুদ্ধে এনেধৰণৰ 'চেলেঞ্জ' ৰাভাৰ বাহিৰে আন কোনোৱেই বোধহয় দিয়া নাই। ইয়াৰ উচ্চকণ্ঠ বহুতৰে মনঃপূত ন'হব পাৰে' কিন্তু ন-চেতনাৰ প্ৰত্যুষত এনে সৰৱতা একো আচৰিত নহয়।

বিপ্লৱ নিৰ্ভৰ কৰে বহিৰ্বাস্তৱৰ পটভূমিত। বাস্তৱ বিশ্লেষণৰ দক্ষতা তেওঁৰ এাছিল যেন নেলাগে, তেওঁ ধৰি লৈছিল, বিপ্লৱৰ অগ্নিয়ে সকলো কলুষ দহি পেলাব। এসময়ৰ ইমুৰৰ পৰা সিমুৰলৈ ঘূৰি অঘৰী জীৱন কটাওঁতেই তেওঁৰ সময় অতিবাহিত হৈছিল। ৰাজ-নীতিৰ থিয়া-নথিয়াৰ মাজতে সুৰুঙা উলিয়াই তেওঁ গীত, কবিতা নাটিকা, উপন্যাস লিখিছিল, ছবি আঁকিছিল,—কিন্তু সেইবোৰ লৈ পৰীক্ষা-নিৰীক্ষা কৰাৰ আজৰি তেওঁৰ নাছিল। স্বকীয়তা, বৈচিত্ৰ্য, নন্দনতত্ত্ব—এনেবোৰ কলাগত তাত্ত্বিক কথা চিন্তা কৰাৰ অৱসৰ তেওঁৰ আছিল বুলি কোৱা টান। কোনো শৃংখলাৰ, কোনো নিয়মৰ বান্ধোনৰ মাজত তেওঁ নাই। নিয়ম ভাঙি নিয়ম কৰাৰ ৰণ-দুৰ্মদ অভিযান তেওঁৰ জীৱনৰ লক্ষ্য আছিল। তেওঁ অননুকৰণীয়,

তেওঁক আমি অনুকৰণ কৰিব নোৱাৰো। তেওঁৰ কথাৰ মালিকাত জীৱনৰ গোন্ধ, তেওঁৰ জীৱনৰ ছন্দত কথাৰ প্ৰতিবাদী তৰংগ। এই জীৱন-শিল্পীজনৰ অনুভূতিৰ তীব্ৰতা আৰু আন্তৰিকতাৰ আস্বাদ আমি পাইছোঁ, ত্ৰুটি-বিচ্যুতি লৈ এতিয়া আমি আৰু চকু দি নেথাকোঁ। আমাক সময়ে বহুত কথা শিকাইছে—যিবোৰ ৰাভাৰ দিনত প্ৰকট হোৱা নাছিল। অসমৰ ৰণক্ষেত্ৰত এইদৰে অনুভূতিৰ ঘাম পেলোৱা মানুহ বোধহয় ৰাভাই প্ৰথম। পথিকৃতৰ প্ৰচেষ্টা সদায় ত্ৰুটিহীন নহয়।

কলাত যে মানবীয় সত্বাক সম্প্ৰসাৰিত কৰিব লাগে—ৰাভাৰ এই দৃষ্টি আমাৰ উত্তৰাধিকাৰ হৈ থাকিব। ৰাভাই যি লিখি থৈ গৈছে, তাতেই ৰাভাৰ মনটো জিলিকি আছে। ৰাভাৰ ৰচনাত মানুহজনকহে আমি বিচাৰিব লাগিব—আংগিকৰ ত্ৰুটি নহয়। তেওঁৰ শব্দ-সম্ভাৰত নিহিত হৈ আছে তেওঁৰ মানবীয় সত্বা। হুইটমেনৰ ভাষাত, Whoever touches this, touches a man.

# কমৰেড বিষ্ণুৰাভা

—হৃধি মহন্ত

১৯৬৯ চনৰ ১৯ জুনৰ ৰাতিপুৱা। পাৰ্টিৰ (ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ) বাজিৰ কাৰ্য্যালয়লৈ 'ফোন' যোগে তেজপুৰৰ কমৰেড জীৱন কলিতাই জনালে "কমৰেড ৰাভাৰ জীৱন-বন্তি নুমাবলৈ (ছিক্কিং) ধৰিছে। সোনকালে আহক।"

পুৱা বিভিন্ন কমৰেডৰ লগত যোগাযোগ কৰা, ভাড়াত যোৱা মটৰ গাড়ী আদি ঠিক কৰোতে প্ৰায় ১০ বাজিবৰ হ'ল। কমৰেড ফণীবৰা, অৰবিন্দ ঘোষ, লোহিত দাস, সুৰেন ভট্টাচাৰ্য আৰু এই লেখকে ভাড়া গাড়ীৰে গৈ যেতিয়া তেজপুৰ পাওঁ, কমৰেড ৰাভাৰ পুষ্পাবৃত নশ্বৰ দেহ সন্মুখত লৈ বিশাল শোকযাত্ৰাৰ সমাপ্তে ভৈৰৱী থানৰ শ্মশান পাইছিলগৈ। আজি কমৰেড বৰাই পাৰ্টিৰ পক্ষৰ পৰা মাল্যদান কৰিলে। আমি কেউজনে পাৰ্টিৰ প্ৰথা অনুসৰি দৃঢ় মুঠিৰে কমৰেড ৰাভাৰ প্ৰতি শেষ বিদায় অভিবাদন জনালোঁ। কমৰেড ৰাভাৰ শবদেহত অগ্নি-সংযোগ কৰাৰ অলপ পিছতে আমি শ্ৰীযুতা ৰাভাক মাত দি গুৱাহাটীলৈ ঘূৰি অহাৰ কাৰণে আহোঁ। বাটতে দেখা হয় কমৰেড ৰাভা আৰু প্ৰয়াত জ্যোতিপ্ৰসাদ আগৰৱালাৰ পৰা কিশোৰকালতে বিশেষ স্নেহৰ অধিকাৰী হোৱা আমাৰ সুপ্ৰসিদ্ধ শিল্পী ভূপেন হাজৰিকা দেৱৰ লগত। তেখেতো শ্মশান অভিমুখেই গুৱাহাটীৰ পৰা গৈছিল।

কমৰেড ৰাভাৰ বিয়োগৰ সম্ভৱতঃ ৭মাহমান কম দিনৰ আগতহে তেখেত গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ পৰা গৈছিল। যোৱাৰ সময়ত তেখেতে শিলপুখুৰীত থকা পাৰ্টিৰ কাৰ্য্যালয়ৰ সমুখলৈকে

গাড়ীৰে আহিছিল। কিন্তু গাড়ীৰ পৰা নমাৰ শকতি নাছিল। কাৰ্য্যালয়ত থকা কমৰেডসকলে গাড়ীতে কমৰেড ৰাভাক শ্ৰদ্ধা জনাই বিদায় দিছিল।

কমৰেড ৰাভা গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত একাধিকবাৰ আছিল। সেই সময়তে ঘটা এটি অতি বেদনাদায়ক ঘটনাই ৰাভাৰ স্মৃতি যেতিয়াই মনলৈ আহে তেতিয়াই মনত আঘাত কৰে।

চনটো আছিল বোধহয় ১৯৬৮ চন। পাৰ্টিৰ নিৰ্দেশ ক্ৰমে বিশেষ কাৰণত তেখেতে পাৰ্টিৰ দ্বাৰা সমৰ্থিত নিৰ্দলীয় সদস্য হিচাপে তেজপুৰ সদৰ সমষ্টিৰ পৰা নিৰ্ব্বাচিত হৈ সদনৰ ভিতৰত পাৰ্টি সদস্য হিচাপেই আসন গ্ৰহণ কৰিছিল। এদিন তেজপুৰৰ পৰা ছিলঙলৈ যাওঁতে (তেতিয়া ৰাজধানী ছিলঙত) গুৱাহাটী বাছ ষ্টেশ্যনৰ পৰা কমৰেড ৰাভাই এই লেখকলৈ ফোন কৰি কেইটামান কথাৰ খবৰ ল'লে। তাৰ পিছত ক'লে, তেখেতে ভাতপানী খাওঁতে ডিঙিত অলপ খানি ধৰা যেন পায়, "কেন্সাৰেই হ'ল নেকি? লেখকে ফোন'তে উত্তৰ দিলে, কেন্সাৰ বোধকৰোঁ নহয়। আপুনি এম. এল, এ যেতিয়া কমৰেড ফণী বৰা (পাৰ্টি আৰু বিধান সভাত পাৰ্টিৰ দলপতি)ক কথাটো ক'ব; মুখ্যমন্ত্ৰীক কৈ লগে লগে প্ৰয়োজনীয় চিকিৎসা কৰিব। সম্ভৱতঃ তেখেতে লেখকক বোগৰ সন্দেহৰ কথা প্ৰথম কৈছিল। অলপতে কমৰেড ফণী বৰাকো কথাটো জনোৱাত মুখ্যমন্ত্ৰী প্ৰয়াত বিমলা চলিহাদেৱে অবিলম্বে ৰাভাৰ চিকিৎসাৰ কাৰণে ড° ভুবনেশ্বৰ দাস (বৰ্ত্তমান গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ কাণ, নাক আৰু কণ্ঠ চিকিৎসাৰ প্ৰিন্সিপাল) দেৱক লগত দি বম্বেলৈ চিকিৎসাৰ কাৰণে পঠায় আৰু কমৰেড ৰাভাৰ চিকিৎসাৰ সকলো খৰচ চৰকাৰে বহন কৰে।

কমৰেড ৰাভাই বাছষ্টেশ্যনৰ পৰা কোৱা কথাষাৰে লেখকৰ মনত আশঙ্কাৰ সৃষ্টি কৰে আৰু বিভিন্ন সহকৰ্মীৰ আগত কমৰেড ৰাভাই কোৱা কথা প্ৰকাশ কৰে। সেই সময়ত নাজিৰাৰ এজন পাৰ্টিৰ সমৰ্থকেও কথাটো শুনিছিল। তেখেতে কমৰেড

ৰাভাৰ ৰোগ যেতিয়া ধৰা পৰিল তেতিয়া শ্ৰদ্ধেয় ড° ভূপেন হাজৰিকাৰ সম্পাদিত "আমাৰ প্ৰতিনিধি" কাকততে এখন চিঠি প্ৰকাশ কৰে যে কমৰেড ৰাভাই তেখেতৰ অসুখৰ কথা এই লেখকক প্ৰথমে কৈছিল। কিন্তু এই লেখক আৰু কমৰেড ৰুগী ৰবাৰ অৱহেলাৰ কাৰণেই ৰাভাৰ ৰোগ বৃদ্ধি হ'বলৈ পালে। সেই চিঠিকে যে লক্ষ্য কৰি শ্ৰদ্ধেয় হাজৰিকা দেৱেও কমৰেড ৰবা, এই লেখক আৰু আমাৰ পাৰ্টিৰ প্ৰতি অতি কটু মন্তব্য কৰে। লেখক তেতিয়া পাৰ্টিৰ সাপ্তাহিক মুখপত্ৰ "জনমত"ৰ সম্পাদক। লেখকেও তাৰ প্ৰত্যুত্তৰ 'জনমত'ত প্ৰকাশ কৰে। "আমাৰ প্ৰতিনিধি" আৰু "জনমত"ৰ একাধিক সংখ্যাত সেই বাদানুবাদ চলে।

সেই সময়ত কমৰেড ৰাভা গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত চিকিৎসাধীন। শ্ৰদ্ধেয় হাজৰিকা আৰু এই লেখকে প্ৰত্যেক দিনেই ৰাভাক চিকিৎসালয়ত দেখা কৰে। এদিন কমৰেড ৰাভাই এই লেখকক ক'লে যে তেখেতক কেন্দ্ৰ কৰি "আমাৰ প্ৰতিনিধি" আৰু "জনমত"ৰ বাদানুবাদত তেখেতে মনত বৰ আঘাত পাইছে। গতিকে এই বিষয়ক কেন্দ্ৰ কৰি যাতে আৰু একো বাদানুবাদ নহয়। লেখকে সেই দিনাই কমৰেড ৰাভাক সেই বিষয়ে কলম নধৰাৰ প্ৰতিশ্ৰুতি দিছিল। শয্যাশায়ী ৰাভাক কেন্দ্ৰ কৰি চলোৱা বাদ-প্ৰতিবাদৰ কাৰণে লেখকে তেতিয়াই কমৰেড ৰাভাৰ ওচৰত ক্ষমা বিচাৰিছিল আৰু আজিও লেখকৰ মনত সি এটি অতি বেদনাদায়ক স্মৃতি।

কমৰেড ৰাভা গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত থকা অৱস্থাতে ১৯৬৯ চনৰ ১৭ মে' তাৰিখে পাৰ্টিৰ অসম ৰাজ্য পৰিষদৰ তৰফৰ পৰা অসমত পাৰ্টি প্ৰতিষ্ঠাৰ ২৫ বছৰ পূৰ হোৱা উপলক্ষে ৰূপালী জয়ন্তীৰ আয়োজন চলে। সেই উপলক্ষে এখনি স্মৰণিকাও এই লেখকৰ সম্পাদনাতে প্ৰকাশ হয়। স্মৰণিকাত প্ৰকাশৰ কাৰণে কমৰেড ৰাভাক এটি চমু বাণী বিচৰাত তেখেতে শিহঁদিনা দিয়াৰ

কথা কয়। পিছদিনা যেতিয়া শ্ৰদ্ধেয়া মোহিনী ৰাভাৰ সমুখতে লেখাটি এই লেখকৰ হাতত দিয়ে; পঢ়ি চাই লেখকে তবধ মানে। কাৰণ লেখাটি কেৱল আশীষ বাণীয়ে নাছিল। আছিল কমৰেড ৰাভাৰ শৈশৱৰ পৰা জীৱনৰ ক্ৰমবিকাশৰ শেষ পৰ্য্যায়ত হোৱা বিশ্বজোৰা সমাজতান্ত্ৰিক আন্দোলনৰ প্ৰতি একান্ত আনুগত্য আৰু তেখেতৰ সমগ্ৰ জীৱনৰ প্ৰেৰণা আৰু লক্ষ্যৰ থলী যে অসমৰ সকলো ধৰ্ম্ম সম্প্ৰদায়ৰ লোক আৰু সেই সকলৰেই নিষ্পেষিত নিপীড়িত হালোৱা হজুৱাইহে দেশৰ সংস্কৃতি আৰু সমাজ পৰিবৰ্ত্তনৰ চালিকা শক্তি সেই শক্তিৰ প্ৰতি অন্তৰৰ শ্ৰেষ্ঠতম উপলব্ধিতে অতি কম কালত প্ৰকাশ কৰা তেখেতৰ জীৱন দৰ্শন আৰু সমাজতন্ত্ৰৰ পাৰ্টি কমিউনিষ্ট পাৰ্টিৰ প্ৰতি গভীৰ আনুগত্যৰ এক চিৰস্মৰণীয় দলিল। সেয়ে আছিল কমৰেড ৰাভাৰ নিজ হাতৰ শেষ লেখা। লেখাটি প্ৰকাশ হোৱা স্মৰণিকা শ্ৰদ্ধেয়া শ্ৰীযুতা মোহিনী ৰাভাৰ সাক্ষাততে কমৰেড ৰাভাৰ হাতত লেখকে জয়ন্তী উৎসৱৰ দিনা অৰ্পণ কৰিছিল। তাৰ কেইদিনমান পিছতে তেখেত গুৱাহাটীৰ পৰা যায় আৰু এমাহৰ পিছতে এই মহান পুৰুষজনৰ বিয়োগ ঘটে। তেখেতৰ অবিস্মৰণীয় নিজহাতে লেখা শেষৰ বাণীটি তলত উদ্ধৃত কৰি দিয়া হ'ল।

ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম ৰাজ্য পৰিষদলৈ ৰোগ শয্যাৰ পৰা কমৰেড ৰাভাৰ বাণী—

"ৰাইজৰ অসীম বল। সীমাহীন শকতি। এই জোৰাল কথাষাৰকে বুজা নাছিলোঁ। ভাবিছিলোঁ চহৰৰ, নগৰৰ, ডেম-পুৰীয়া সকলেই দেশৰ সমাজৰ আৰু ৰাইজৰ নেতা। দৰাচলতে অসমৰ সীমা মুৰলীয়া ঠাইত যেতিয়া দ্বিতীয় মহাসমৰৰ কামান গৰজি উঠিল, সৌমাৰৰ সীমান্ত অঞ্চলত জাপানৰ জাকে জাকে উৰাজাহাজ আহি ডেউকা মেলি আকাশ ছানি পেলালে আৰু সীমান্ত ভূমিত জয়াল জাপানী বোমাৰ বিস্ফোৰণ হ'ল, তেতিয়া মোৰ

মনত কৌটিকলীয়া অসমৰ লাখ লাখ বহুবীয়া সংস্কৃতি জাপানী আগ্নেয়াস্ত্ৰৰ দাবানলত দহিপুৰি ছাই হৈ যায় সেই চিন্তাই মোৰ হিয়া খুলি খুলি খাইছিল।

অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সভ্যতাৰ সঁচাকৈয়ে যি সকল ধাৰক আৰু বাহক সেই সকলৰ পৰা যদি অসমীয়া সংস্কৃতি আৰু সভ্যতাৰ কিছু ধৰি ৰাখিব পাৰোঁ, তেন্তে মোৰ টোপোলাতো হয়তো অসমীয়া ৰাইজৰ কাৰণে কিছু সমল থাকিব পাৰে আৰু ধ্বংসৰ মাজতো অসমীয়া কৃষ্টি সংস্কৃতি বাচিব পাৰে এনে সংকল্প প্ৰাণত লৈয়ে অসমীয়া ৰাইজৰ মাজত জপিয়াই পৰোঁ।

ৰাইজেই গণ দেৱতা। এই গণ দেৱতাৰ অতীত হিয়াত কিমান দয়া, কিমান কৃপা! অথচ সেই প্ৰাণবো প্ৰাণ কিমান অজেয়। এই ৰাইজৰ হিয়া কোঁহৰ পৰা কৃষ্টি অমৃতৰ সুবৰ টোপালবোৰ বটলি আনি মই মোৰ নিজৰ মন কোঁহত ভৰাই থওঁ। সেই মন কোঁহতে বহঘৰা, মৌচাক সাজি তাৰ পৰা নিজৰি নিগৰি ওলোৱা বসৰ টোপালবোৰ বিলাই দিবলৈ ধৰোঁ।

যি সকল অসমীয়াৰ প্ৰাণ স্বৰূপ, যি সকল অসমীয়া সংস্কৃতিৰ ধাৰক আৰু বাহক হালোৱা হজুৱা বনুৱা তল মজলীয়া ৰাইজ ক্লিষ্ট, শোষিত, দলিত, নিষ্পেষিত আৰু নিপীড়িত। এই ৰাইজৰে দুখত সমদুখী হৈ ৰাইজৰ হিয়াৰ মৰম চেনেহৰ আঠাই সাগৰৰ পানীত নাদুৰি সাঁতুৰি উমলি কুৰিছিলোঁ।

১৯৪৫ চনৰ পৰা ৰাইজৰ মাজত জপিয়াই পৰি বহু সভা সমিতিৰ যোগে ৰাইজৰ প্ৰতি মোৰ কৃতজ্ঞতা যাচিছিলোঁ। তেতিয়াৰ পৰাই ভাৰতৰ বিপ্লবী সাম্যবাদী দলৰ লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ লগত পৰিচিত হৈ আৰু লেনিন-বাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত ৰাইজৰ হিয়াৰ আমঠু, ৰাইজৰ প্ৰাণৰ লগৰী আৰু ৰাইজৰ লগত একেলগে মিলি-জুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰোঁ।

১৯৪৬ চনৰ শেষৰ ফালে প্ৰসিদ্ধ অসমীয়া বোলছবি 'চিৰাজ'ৰ পৰিচালনাৰ একাংশত অসমৰ বাহিৰত ব্যস্ত থকাত সেই ক্ৰাম প্ৰায় দহমাহৰ পিছত সমাধা কৰি স্বাধীনতাৰ পিছত দলীয় ৰাজনীতিত ব্যস্ত থাকি সভাই সমিতিয়ে ঘূৰি ফুৰোঁতে কংগ্ৰেছ চৰকাৰৰ শেনচকুত পৰি অজ্ঞাত বাসৰ "বিৰাট পৰ্ব্ব"ৰ বিৰাট সাধনাত অংশ গ্ৰহণ কৰিছিলোঁ। সেই বিৰাট সাধনাৰ মাজত থাকি জনসাধাৰণৰ সেৱাত থাকোতেই ধৰা পৰি এবছৰ কাৰাবাস খাটি ওলাই আহি কিছুদিনৰ পিছত সেই বিৰাট সাধনাৰ স্বাভাৱিক পথেই মোক লৈ আহে ভাৰতৰ কমিউনিষ্ট পাৰ্টিলৈ বিশ্বজুৰি মহামানৱৰ যি মুক্তিৰ অভিযান সেই অভিযানৰ অংশভাগী হ'বলৈ। সেই কথা ১৯৫৫ চনত। তেতিয়াৰ পৰা বিশ্ব ভ্ৰাতৃত্বৰ শ্ৰমিক কৃষক, সৃষ্টিকাৰী জনতাৰ শান্তি, প্ৰগতি আৰু নতুন সমাজৰ সাধনাত মোৰ ক্ষুদ্ৰ শক্তিৰে দুখকাৰী জনসাধাৰণৰ পাৰ্টি কমিউনিষ্ট পাৰ্টিৰ সভ্যৰূপে ৰাইজৰ সেৱা কৰি আহিছোঁ। ১৯৬২ চনত চীনা আক্ৰমণৰ আশঙ্কাত তেজপুৰবাসী যেতিয়া সন্ত্ৰস্ত হৈ পৰিছিল দেশৰক্ষা আৰু ৰাইজক অভয় দিয়াৰ দোষতে মাতৃহীন দুটি শিশুক বুকুত লৈ শুই থকাৰ পৰা কংগ্ৰেছ চৰকাৰৰ পুলিচে তেজপুৰৰ পৰা গুৱাহাটীলৈ পঘাৰে বান্ধি সাতমাহ সুদূৰ উৰিষ্যাত কাৰাৰুদ্ধ ৰাখি ৰাইজৰ সেৱাৰ পৰা বঞ্চিত কৰিবলৈ বিচাৰিছিল, কিন্তু বিচলিত হোৱা নাছিলোঁ পাইছিলোঁ নতুন বল।

আজি মই ৰোগশয্যাত। মোৰ মনত অসীম প্ৰেৰণা যোগোৱা পাৰ্টি আৰু জনসাধাৰণৰ পৰা মই আঁতৰত থাকিব লগা হৈছে। তথাপিও মোৰ মন সদায় ৰাইজৰ মাজত। যি আদৰ্শৰ সাধনাত জীৱনৰ সকলো সামৰ্থ্য আগবঢ়াইছিলোঁ সেই আদৰ্শক পাৰ্টিৰ ৰূপালী জয়ন্তী উপলক্ষে ৰোগশয্যাৰ পৰাই অভিনন্দন জনাইছোঁ।
১৫।৫।৬৯

স্মৰণিকাৰ কেচাঁ ছপা, চোৱাৰ ত্ৰুটিৰ কাৰণে তাৰিখ ভুল হৈ ১৫।৭।৬৯ বুলি ছপা হৈছিল। কিন্তু স্মৰণিকা প্ৰকাশৰ আচল

তাৰিখ ১৭।৫।৬৯ ইং, সেয়া যে ছপাৰ ভুল আছিল সেই কথাই প্ৰমাণ কৰে। কমৰেড ৰাভাৰ এই বাণীটি পাৰ্টিৰ ৰূপালী জয়ন্তী উপলক্ষে প্ৰকাশিত স্মৰণিকাতে যে প্ৰকাশ হৈছিল তেনে নহয়। বহু ঠাইত ইয়াৰ উদ্ধৃতি ছপা হৈছে। শেহতীয়াভাৱে "বিষ্ণুৰাভা সোঁৱৰণী গৱেষণা সমিতি"ৰ দ্বাৰা সম্পাদিত আৰু নলবাৰী জাৰ্নাল এম্প'বিয়াম'ৰ দ্বাৰা পৰিবেশিত "বিষ্ণুৰাভা ৰচনাৱলী"ৰ প্ৰথম খণ্ডতো ৩০৫-৭ পৃষ্ঠাত মুদ্ৰিত হৈছে।

## ( দুই )

কমৰেড বিষ্ণুৰাভাৰ বিয়োগ ঘটিছিল ১৯৬৯ চনৰ ২০ জুনত। তেতিয়াৰ পৰা ১৬ বছৰ পাৰ হৈ গ'ল।

কমৰেড ৰাভাৰ জীৱিত অৱস্থাত তেখেতক নতুন যুগৰ প্ৰেৰণাৰে উদ্বুদ্ধ যুৱক সকলৰ বাহিৰে কমৰেড ৰাভাৰ ভাষাত "চহৰৰ নগৰৰ ভেমপুৰীয়া" সকলে তেখেতক যথাযোগ্য সন্মানৰ দেখুৱাৰ দৃষ্টান্ত মনত নপৰে। এবাৰ অৱশ্যে ( সম্ভৱতঃ সাহিত্য-সভাৰ নলবাৰী অধিবেশনত ) তেখেতক কোনোবা এটি শাখাৰ অধিবেশন-লৈ আহবান কৰা হৈছিল।

কমৰেড ৰাভাক আজি "কলাগুৰু" হিচাপে বয়োজ্যেষ্ঠ সকলেও অভিহিত কৰে। কিন্তু ১৯৬২ চনত যেতিয়া কলাগুৰুক চীনা আক্ৰমণৰ সময়ত ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়ে চীনৰ ভাৰত আক্ৰমণৰ নীতিত বিৰোধিতা কৰি ভাৰত চৰকাৰৰ দেশৰক্ষাৰ নীতি সমৰ্থন কৰিছিল, সেই সময়তো কমৰেড ৰাভাক "মাতৃহীন দুটি শিশুক বুকুত লৈ শুই থকাৰ পৰা কংগ্ৰেছ চৰকাৰৰ পুলিচে তেজপুৰৰ পৰা গুৱাহাটীলৈ পঘাৰে বান্ধি সাতমাহ সুদূৰ উৰিষ্যাত কাৰাৰুদ্ধ ৰাখি"ছিল সেই সময়তো কলাগুৰুৰ আজিৰ কোনো ভক্তই এবাৰ প্ৰতিবাদৰ ধ্বনিও উচ্চাৰণ কৰাৰ দৃষ্টান্ত কোনেও তুলি ধৰিব

নোৱাৰে। তাৰ কাৰণ তেতিয়া ৰাভাৰ তথাকথিত "ভেমপুৰীয়া" সকলৰ দৃষ্টিত কলাগুৰু নাছিল। আছিল মাত্ৰ কমিউনিষ্ট। গতিকে মাত মতাৰ কাৰণে সেই "ভেমপুৰীয়া" সকলে কোনো প্ৰয়োজন বোধ কৰা নাছিল।

কমৰেড বিষ্ণুৰাভা আছিল 'অসম প্ৰগতিশীল শিল্পী-সাহিত্যিক সংঘ'ৰ সভাপতি। সংঘই কমৰেড ৰাভা ৰোগশয্যাত থকা অৱস্থাতো অসমৰ ঠায়ে ঠায়ে বিষ্ণুৰাভাৰ অৱদান গীত-নৃত্য সমূহৰ সাংস্কৃতিক সন্ধিয়া অনুষ্ঠিত কৰি কমৰেড ৰাভাৰ চিকিৎসাৰ কাৰণে সাহায্য সংগ্ৰহ কৰিছিল। অৱশ্যে অন্য দুই এক যুৱ-সংগঠনেও তেনে নকৰা নহয়। কিন্তু সাহিত্য সভা বা তেনে শক্তিশালী সংগঠনৰ পৰা তেখেতৰ চিকিৎসাৰ কাৰণে আবেদন এখনিও প্ৰকাশ কৰাৰ প্ৰমাণ নাই।

কমৰেড বিষ্ণুৰাভাৰ বিয়োগৰ প্ৰথম বাৰ্ষিক স্মৃতি দিৱস প্ৰগতিশীল শিল্পী-সাহিত্যিক সংঘৰ উদ্যোগত ব্যাপক প্ৰস্তুতিৰে পালন কৰা হৈছিল। শ্ৰীযুত ফণী তালুকদাৰক সভাপতি, শ্ৰীযুত কেশৱ মহন্ত আৰু শ্ৰীযুত মাখন দেৱানক যুটীয়া সম্পাদক হিচাপে লৈ গঠিত মূল সমিতিৰ "স্মৃতিগ্ৰন্থ সমিতি "গীত সংকলন সমিতি" "সাংস্কৃতিক অনুষ্ঠান সমিতি" "আলোচনা চক্ৰ সমিতি" "প্ৰচাৰ সমিতি" "অৰ্থসংগ্ৰহ সমিতি" আদি বিভিন্ন শাখা সমিতিত শ্ৰদ্ধেয় সৰ্ব্বশ্ৰী — ড° বীৰেণ দত্ত, কমল নাৰায়ণ চৌধুৰী, চন্দ্ৰপ্ৰসাদ শইকীয়া, হীৰেণ ভট্টাচাৰ্য প্ৰয়াত ৰুদ্ৰ বৰুৱা প্ৰমুখ্যে শিল্পী-সংস্কৃতিৰ বিশিষ্ট সাধকসকলো আছিল। সেই স্মৃতিগ্ৰন্থ লেখকৰ হাতত আছে।

প্ৰথম বাৰ্ষিকী স্মৃতি দিৱসতে শ্ৰীকেশৱ মহন্ত ৰচিত কমৰেড ৰাভাৰ বহা বহা গীত সমূহ পৰিৱেশন কৰাৰ কাৰণে "সুৰৰ দেউল" নামৰ এখনি সঙ্গীতালেখ্য মুগুত কৰা হৈছিল। সেই সঙ্গীতালেখ্যত গুৱাহাটীৰ বহু বিশিষ্ট শিল্পীয়ে অংশ গ্ৰহণ কৰিছিল আৰু গুৱাহাটীত এক নতুন অভিলেখ স্থাপন কৰিছিল।

প্ৰথম বাৰ্ষিক স্মৃতি দিৱসৰ লগতে কাৰ্বি আংলং জিলাৰ

হাওৰাবাটৰ কমিউনিষ্ট নেতা ক্ষুদ্ৰ ৰবাণ (পৰিতাপৰ কথা যোৱা ২৬ জুন তাৰিখে তেখেতৰো অকাল বিয়োগ ঘটিছে) অনুদানেৰে কমৰেড ৰাভাৰ বহা বহা গীত সমূহৰ সংকলন "বিশ্বৰে ছন্দে ছন্দে" নামৰ গ্ৰন্থখনিৰ শ্ৰীকেশৱ মহন্ত আৰু এই লেখকৰ উদ্যোগতে প্ৰকাশ হয় আৰু সংকলনটিয়ে বিপুল সমাদৰ লাভ কৰে।

তাৰ পিছত কেইবছৰমান বিষ্ণুৰাভা সোঁৱৰণি দিৱস আনুষ্ঠানিক ভাবে কেৱল অসম প্ৰগতিশীল শিল্পী-সাহিত্যিক সংঘই সাধ্যানুসৰি পালন কৰি অহাৰ বাহিৰে ব্যাপক ধৰণে বিষ্ণুৰাভাৰ স্মৃতি দিৱস অনুষ্ঠিত কৰাৰ কোনো নজিৰ নাই।

সম্প্ৰতি কেইবছৰমানৰ পৰা, বিশেষকৈ বিদেশী নাগৰিকৰ প্ৰশ্নই প্ৰাধান্য পোৱা ১৯৭৯ চনৰ পিছৰ পৰা অসমত বিষ্ণুৰাভা স্মৃতি দিৱস বা কলাগুৰু দিৱস আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ স্মৃতি দিৱস (তেখেতৰ বিয়োগৰ প্ৰায় দেড়কুৰি বছৰৰ পিছত) যেনে ব্যাপক ভাবে পালিত হ'বলৈ ধৰিছে স্মৃতি দিৱসৰ প্ৰকৃতি আৰু ই যোৱাৰ বাতৰি সংবাদপত্ৰত এনেদৰে ধৰি প্ৰকাশিত হৈয়ো শেষ নোহোৱাত পৰিছে, আপাতদৃষ্টিত ই অতি শুভলক্ষণ।

এজনৰ বিয়োগৰ প্ৰায় ডেড়কুৰি বছৰ (জ্যোতিপ্ৰসাদ) আৰু আন জনৰ (কমৰেড ৰাভাৰ) বিয়োগৰ প্ৰায় ১৫ বছৰ পিছত অসমত কোনো শিল্পী-সাহিত্যিকৰ ক্ষেত্ৰত সম্ভৱ নোহোৱা এই স্মৃতি দিৱস পালনৰ ব্যাপক ব্যৱস্থা আজি কেৱল বিভিন্ন সৰু সুৰা সাংস্কৃতিক গোষ্ঠীৰ ভিতৰতে সীমাবদ্ধ নহয়। ই বৰ্ত্তমান এহাতে অসমৰ সৰ্ব্বৃহৎ সাহিত্য সংস্কৃতিৰ অনুষ্ঠান 'অসম সাহিত্য সভা' আৰু আনহাতে অসম চৰকাৰৰ পক্ষৰ পৰাও দিৱস পালনত অভূতপূৰ্ব্ব উদ্যোগ গ্ৰহণ কৰা দেখা গৈছে।

এই ব্যৱস্থা দেখি শ্ৰীমন্ত শঙ্কৰ দেৱৰ বিৰচিত কীৰ্ত্তনৰ দুটি উদাহৰণলৈ মনত পৰে। এটি হ'ল "মুচুকুন্দৰ" কাহিনী। আনটি হ'ল 'জাম্বুবানৰ' কাহিনী।

ঋষি শাপত মুচুকুন্দ বহু বছৰ টোপনিত লাল-কাল দি থকাৰ পিছত শ্ৰীকৃষ্ণৰ পদাঘাতত সাৰ পাই চকুৰ আগত এখন নতুন জগত দেখি আচৰিত হৈ পৰিছিল। স্যমন্তক মণি উদ্ধাৰ কৰিবলৈ গৈ শ্ৰীকৃষ্ণৰ জাম্বুবানৰ লগত যুদ্ধ হয় আৰু যুদ্ধত হাৰি জাম্বুবানে স্তুতি আৰম্ভ কৰিলে "আগে নিচিনিলো, আবেসে চিনিলো, তেন্তে তুমি শ্ৰীৰাম" বুলি।

উদাহৰণ দুটিৰ সামঞ্জস্য বৰ্ত্তমান ক্ষেত্ৰত বিশেষ নাই। উল্লেখ কৰা হৈছে মাথোন অতবছৰে পাহৰি থকা বা প্ৰকৃত পৰিচয় নোপোৱাকৈ থকা জ্যোতি প্ৰসাদ আৰু বিষ্ণুপ্ৰসাদক একাংশ "ভেম পৰীয়া"ই নতুনকৈ "আবিষ্কাৰ" কৰাৰ অপপ্ৰয়াস দেখি।

তেখেতসকলৰ সেই "আবিষ্কাৰ হ'ল জ্যোতি প্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ বাল্যকালৰ পৰা শেষনিশ্বাস পেলোৱা পৰ্য্যন্ত সাধাৰণতে শিল্পী-সাহিত্যিক সকলৰ ক্ষেত্ৰত পাবলৈ নোহোৱা ক্ৰমবৰ্দ্ধমান গতিত প্ৰগতি অভিমুখে আগবাঢ়ি আহি থকাৰ ধাৰাটি গৌণ কৰি তেখেত-সকলে এসময়ত কেৱল অসমীয়া শিল্প-সংস্কৃতিৰ আকৰ হিচাপে শ্ৰীকৃষ্ণ আৰু শ্ৰীশঙ্কৰদেৱৰ আশ্ৰয় গ্ৰহণ কৰাৰ বা তেখেতসকলৰ দেশ প্ৰেমৰ যিখিনি উগ্ৰজাতীয়তাবাদৰ নামত প্ৰচাৰ কৰিব পাৰি সেই খিনিয়ে প্ৰচাৰ কৰা। বিষ্ণুৰাভা কমিউনিষ্ট নাছিল আৰু জ্যোতিপ্ৰসাদৰ দৃষ্টিভঙ্গীয়েও অসমৰ ধনতন্ত্ৰৰ আদৰ্শত দীক্ষিত বুদ্ধি-জীৱীৰ চিন্তাৰ স্তৰ অতিক্ৰম কৰি যোৱা নাছিল সেই "সত্য"টি প্ৰমাণৰ কাৰণেই আহিৰ বিষ্ণুৰাভা জ্যোতিপ্ৰসাদ প্ৰেমী একাংশৰ অপচেষ্টা দেখা যায়।

"অপচেষ্টা" আখ্যা দিয়া হৈছে এই কাৰণেই যে বৰ্ত্তমান জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ যি ৰচনা সমূহ বেছি পৰিমানে পৰিৱেশন কৰা হয়। সেই ৰচনা সমূহ তেখেতসকলৰ দৃষ্টিভঙ্গীয়ে সৰ্ব্বভাৰতীয় বা বিশ্ব সংস্কৃতিৰ লগত নিজকে যুক্ত কৰা বা প্ৰভাৱান্বিত হোৱাৰ হয় আগৰ লেখা নহয় সেই দিশটো উপেক্ষা

কৰি নিজৰ লগত ৰজিতা খোৱা কাৰ্য্যখিনি মাথোন পৰিৱেশন কৰা হয়। দুয়োজনৰে বিশ্বজনীন ভাৱৰ শেষ কালৰ লেখাৰ লগত তাৰ সঙ্গতি গৌণ।

মানৱ সংস্কৃতিৰ বৰ্তমান ক্ষেত্ৰত আন্তৰ্জাতিক ভাৱে স্বীকৃত পদ্ধতি হ'ল জাতীয় ভাৱধাৰা আৰু আঙ্গিক (ফৰ্ম) ৰক্ষা কৰি তাত নতুন বিষয় বস্তুৰ (কনটেণ্ট) যোগান ধৰা। সেই কাৰণে ভাৰতীয় সংস্কৃতিৰ ক্ষেত্ৰত শ্ৰীকৃষ্ণ বা অসমৰ সংস্কৃতিৰ ক্ষেত্ৰত শ্ৰীশঙ্কৰ দেৱৰ প্ৰভাৱ অপৰিহাৰ্য্য। কিন্তু অসমীয়া সাহিত্যৰ ৰথী প্ৰয়াত বেজবৰুৱাদেৱে তেখেতৰ শেষ আৰু শ্ৰেষ্ঠ লেখা যেনেদৰে "শ্ৰীমন্ত শঙ্কৰদেৱ মাধৱ দেৱ" গ্ৰন্থ খনিয়েই বুলি কোৱা হয়, সাহিত্য সভাৰ প্ৰথম সভাপতি স্মৰণীয় পদ্মনাথ গোহাঁই বৰুৱা দেৱৰ যেনেকৈ শ্ৰেষ্ঠ ৰচনা 'শ্ৰীকৃষ্ণ' বুলি অভিহিত কৰা হয় জ্যোতি প্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ শেষৰ লেখাত তাৰ পৰিবৰ্ত্তে পোৱা যায় সমাজবিৱৰ্ত্তনৰ বিশ্বজোৰা আবেদন। জ্যোতি প্ৰসাদৰ বিয়াল্লিছৰ বিপ্লৱৰ পিছত গান্ধীবাদৰ প্ৰতি মোহভঙ্গ হৈ লিখা "লভিতা" আৰু তাৰ পিছৰ সৃষ্টি সমূহ তাৰ স্বাক্ষৰ। বিষ্ণু প্ৰসাদৰ বিয়োগৰ এমাহৰ আগত পাৰ্টিৰ প্ৰতি দিয়া বাণীত প্ৰকাশ পোৱা জীৱনৰ শ্ৰেষ্ঠ সাধনা আৰু দৰ্শন সম্পৰ্কীয় স্বীকাৰোক্তিয়ে এই বিষয়ে সম্ভৱতঃ কাৰো মনতে তেখেত সকল ক্ৰমে জনতাৰ অগ্ৰগামী সেনানীৰ ভূমিকা গ্ৰহণ কৰাৰ কথা অস্বীকাৰ নকৰিব।

পৰিতাপৰ কথা তাৰ প্ৰতি লক্ষ্য নাৰাখি দুয়োজনৰ জীৱনৰ মূল আবেদনৰ পৰিৱৰ্ত্তে নিজৰ মনোমত ৰচনাৰ উদ্ধৃতি দিয়েই তেখেতসকলৰ সামগ্ৰিক মূল্যায়ন কৰিবলৈ বিচৰা দেখা যায়। পৰিসৰৰ অভাৱত বাহুল্য উদ্ধৃতি সম্ভৱ নহয়। কিন্তু এই ক্ষেত্ৰত তেখেতসকল উগ্ৰ অসমীয়া প্ৰেমী বা তেখেতসকলৰ সমগ্ৰ সত্তাই শ্ৰীকৃষ্ণ শ্ৰীশঙ্কৰক কেন্দ্ৰ কৰিয়ে সাহিত্য সংস্কৃতিৰ সাধনাত প্ৰবৃত্ত হৈছিল সেই কথা প্ৰমাণৰ কাৰণে তেখেতসকল সম্পৰ্কে প্ৰকাশিত

বৰ্ত্তমানৰ লেখা সম্পূৰ্ণ লক্ষ্য কৰিলেই সেই সত্যৰ প্ৰমাণ দেখা যাব। জীৱনৰ এটা সময়ত প্ৰাধান্য লাভ কৰা চিন্তায়েই জনসংস্কৃতিৰ প্ৰিয়তম নেতা সকলৰ ক্ষেত্ৰত প্ৰযোজ্য হোৱাটো কিমান সমীচীন সেই কথা আজি নহলেও অদূৰ ভৱিষ্যতে চিন্তাশীল জনসাধাৰণে তাৰ যথাযথ মূল্যায়ণ কৰিব। সেই কথা ঠিক।

জ্যোতি প্ৰসাদ সম্পৰ্কে আলোচনাৰ ঠাই এই প্ৰবন্ধত নহয়। গতিকে বিষ্ণুপ্ৰসাদ ৰাভা সম্পৰ্কেহে আলোচনা কৰা হ'ব।

কমৰেড ৰাভা সম্পৰ্কে প্ৰকাশ হোৱা বহু ব্যাখ্যা, অপব্যাখ্যা প্ৰত্যেক বছৰে প্ৰকাশ হ'ব লাগিছে। তাৰ ভিতৰত লেখকৰ মনত আটাইতকৈ আঘাত দিয়া লেখাটি হ'ল আমাৰ বৰ্ত্তমান প্ৰথম শ্ৰেণীৰ আলোচনী "প্ৰকাশ"ৰ সম্পাদকৰ এটি মন্তব্য। আঘাতৰ কাৰণ লেখকৰ ধাৰণা 'প্ৰকাশ'ৰ সম্পাদকে কমৰেড বিষ্ণুৰাভা সম্পৰ্কে সবিশেষ নজনা বুলি ভবাৰ কোনো থল নাই। 'প্ৰকাশ'ৰ সম্পাদক দেৱৰ অভিজ্ঞতা আৰু কাৰ্য-কুশলতা সৰ্ব্বজনস্বীকৃত।

প্ৰকাশৰ সম্পাদক শ্ৰদ্ধেয় চন্দ্ৰপ্ৰসাদ শইকীয়া দেৱৰ এই কথাও নিতান্ত স্মৰণ আছে যে ৰাভা ৰচনাৱলী প্ৰকাশৰ কাৰণে প্ৰকাশন পৰিষদৰ পৰা যি প্ৰচেষ্টা চলোৱা হৈছিল সেই উপলক্ষে কমৰেড ৰাভাৰ গাঁৱে-ভুঞে সিচৰতি হৈ থকা সম্পদ সমূহ সংগ্ৰহৰ কাৰণে লেখকৰ লগত আলোচনা ক্ৰমেই শ্ৰদ্ধেয় কেশৱ মহন্ত দেৱৰ ওপৰত পৰিষদৰ তৰফৰ পৰা দায়িত্ব অৰ্পণ কৰা হৈছিল আৰু মহন্তই বহু ৰচনা সংগ্ৰহ কৰি প্ৰকাশন পৰিষদত সম্পাদকৰ হাতত অৰ্পণ কৰিছিল। "প্ৰকাশ"ৰ সম্পাদক শ্ৰদ্ধেয় শইকীয়া ৰাভাৰ প্ৰথম স্মৃতি বাৰ্ষিকী পালনৰ উদ্দেশ্যে গঠিত হোৱা সমিতিৰ গীত সংকলন কৰা সমিতিৰ অন্যতম সদস্য আছিল। তেখেতে সেই স্মৃতি দিৱসত প্ৰকাশিত "স্মৰণিকা,, খনিও নেদেখা নহয়। তদুপৰি তেখেতে "বিষ্ণুৰাভা সোঁৱৰণী গৱেষণা সমিতি"য়ে প্ৰকাশ কৰা "বিষ্ণু-ৰাভা ৰচনা"ৱলী দেখাৰ কথাও তেখেতে নিজেই স্বীকাৰ কৰিছে—তেখেতৰ

যি লেখা সম্পৰ্কে আলোচনা তুলি ধৰিব খোজা হৈছে সেই লেখাতে।

বিষ্ণুৰাভা সম্পৰ্কে 'প্ৰকাশ'ৰ অষ্টম বছৰ দশম সংখ্যাৰ (আহাৰ ১৯০৫ । জুলাই ১৯৮৩) "বিষ্ণুপ্ৰসাদ ৰাভা" শিৰোনামাৰ দৃষ্টিকোণত প্ৰকাশ পোৱা সম্পাদকীয় মন্তব্যটিয়েই হ'ল আমাৰ আলোচনাৰ বিষয়। সেই ,দৃষ্টিকোণ'ত কোৱা হৈছিল............ "ৰাজহুৱা সভাত জনতাৰ মনোৰঞ্জনাৰ্থে কল্পনাশ্ৰয়ী বক্তৃতাৰ হয়তো প্ৰয়োজন থাকিব পাৰে, কিন্তু আলোচনা সভাত প্ৰকৃত তথ্য আৰু তত্ত্বৰ ওপৰত ভিত্তি কৰি নিজৰ বক্তব্য ডাঙি ধৰাটো সৰ্ব্বসম্মত নিয়ম।"

কথাটো আমিও স্বীকাৰ কৰোঁ। কিন্তু "দৃষ্টিকোণ"ত সি 'প্ৰকৃত তথ্য আৰু তত্ত্ব" তুলি ধৰা হৈছে সেই সম্পৰ্কে কমৰেড ৰাভাৰ নিজৰ স্বীকাৰোক্তি (পাৰ্টিৰ ৰূপালী জয়ন্তী উপলক্ষে দিয়া বাণী) "বিষ্ণুৰাভা ৰচনাৱলী" শ্ৰদ্ধেয় তিলক দাসৰ গ্ৰন্থ, বিষ্ণুপ্ৰসাদৰ প্ৰথম স্মৃতি বাৰ্ষিকীৰ "স্মৰণিকা"ত প্ৰকাশিত একাধিক প্ৰবন্ধ, তেখেতৰ বহু প্ৰচাৰিত গীত, কবিতা আদিৰ লগত সামঞ্জস্য সমূলি নথকা বুলিয়েই লেখকৰ ধাৰণা।

সেই "তত্ত্ব আৰু তথ্য" কেইটা কি?

'তত্ত্ব'ৰ ফালৰ পৰা 'দৃষ্টিকোণ'ত মন্তব্য কৰা হৈছে "বিষ্ণুপ্ৰসাদ আৰু জ্যোতি প্ৰসাদৰ জীৱনৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে তেওঁলোকৰ ওপৰত অপৰিসীম প্ৰভাৱ বিস্তাৰ কৰা দুজন মহান পুৰুষৰ আদৰ্শৰ কথা পাহৰিলে তেওঁলোকৰ বিষয়ে গভীৰ ভাৱে জনাৰ আশা কৰা বৃথা।" সেই দুজন মহান পুৰুষৰ কথা জ্যোতি প্ৰসাদ আৰু বিষ্ণুপ্ৰসাদে তেওঁলোকৰ ৰচনাত লিপিবদ্ধ কৰি গৈছে। তেওঁলোক হ'ল কৃষ্ণ আৰু শঙ্কৰ দেৱ।" (পৃঃ ২)

"ধৰ্ম্মৰ লগত সম্পৰ্ক" থকাৰ কাৰণেই সেই দুজনৰ প্ৰভাৱৰ কথা "বিশেষকৈ বামপন্থী" সকলে স্বীকাৰ কৰিবলৈ দ্বিধাবোধ কৰে বুলি মন্তব্য কৰা হৈছে। লেখকে নিজকে বামপন্থী হিচাপেই

ভাবে। কিন্তু জ্যোতিপ্ৰসাদ বিষ্ণু প্ৰসাদৰ ওপৰত শ্ৰীকৃষ্ণ শ্ৰীশঙ্কৰৰ প্ৰভাৱ লেখকে সমূলি অস্বীকাৰ নকৰে। মাথোন তেখেতসকলৰ জীৱনৰ চানেকি দৰ্শন বা তত্বহে শ্ৰীকৃষ্ণ বা শ্ৰীশঙ্কৰৰ বুলি লেখকে স্বীকাৰ নকৰে। সংস্কৃতিৰ এক বিশেষ ধাৰাত কৃষ্ণ-শঙ্কৰৰ স্থান অনস্বীকাৰ্য্য। জ্যোতিপ্ৰসাদে যি প্ৰেৰণাৰে "লভিতা" ৰচনা কৰিছিল বা তাৰ পিছত তেখেতৰ ৰচনা সমূহত কৃষ্ণ বা শঙ্কৰৰ তত্ত্ব কোন ঠাইত আছে লেখকে বিচাৰি পোৱাত নিজৰ অসমৰ্থতা স্পষ্ট ভাৱে স্বীকাৰ কৰে।

বিষ্ণু প্ৰসাদে কৃষ্ণ আৰু শঙ্কৰৰ লগতে সন্মান আসন দিছে লিয়নাউ দা ভিন্সিক। গতিকে বিষ্ণু প্ৰসাদে সংস্কৃতিৰ ক্ষেত্ৰৰ বাহিৰে ধৰ্ম্মীয় দিশৰ পৰা যে কৃষ্ণ শঙ্কৰক বিচাৰ কৰা নাছিল সেই কথা স্পষ্ট। 'প্ৰকাশ'ৰ সম্পাদক দেৱে বিষ্ণু প্ৰসাদৰ ৰাজনৈতিক গীত সমূহ লক্ষ্য কৰিছেনে নাই কব নোৱাৰোঁ। তাত ধনীৰ প্ৰতি "দুখীয়াৰ কলিজা নিঙাৰি লৈ, তেজ সুহি সুহি পিয়, কৃকি কৃকি মঙহ চোবাই খায়, কুৰুকি হাড় কেইডালো চোবাৱ" গীত নাইবা "ঘোষে নৱ জনগণ-ৰাজ, সুখৰে পঞ্চায়ত ৰাজ" আৰু তেখেতৰ চিৰ স্মৰণীয় জীৱনৰ শেষ লেখা ভাৰতৰ কমিউনিষ্ট পাৰ্টিলৈ দিয়া বাণীতো যদি 'প্ৰকাশ'ৰ সম্পাদকদেৱে মাৰ্ক্সীয় পদ্ধতিত বিষ্ণুৰাভাই মাৰ্ক্সবাদী আদৰ্শৰ অনুকূলে আঁচনি গ্ৰহণ কৰাৰ কথা আনি তেওঁলোকৰ ৰচনাত ক'তো সামান্য ভাৱেও (তলৰ আঁচ লেখকৰ) উল্লেখ নেপাওঁ" বুলি তত্ত্ব প্ৰচাৰ কৰিব খোজে তেন্তে আমাৰ বক্তব্য হ'ব হয় প্ৰকাশৰ সম্পাদকদেৱে দুয়োজনৰ সকলো এতিয়ালৈকে প্ৰকাশিত হোৱা লেখাকে পঢ়া নাই; নতু পঢ়িও তাৰ বিকৃত ব্যাখ্যা কৰিছে। নতু তেখেতসকলৰ লেখাসমূহত সামগ্ৰিক ভাৱে শ্ৰীকৃষ্ণ বা শ্ৰীকৃষ্ণৰ তত্ত্বৰ সামঞ্জস্য ক'ত সেই কথা ব্যাখ্যা কৰিলে ভাল হয়।

তথাৰ ফালৰ পৰা 'দৃষ্টিকোণ'ত লেখা হৈছে "বিষ্ণু প্ৰসাদ ৰাভাই স্বাধীনতাৰ পিছত এটা ৰাজনৈতিক দলত যোগ দিছিল।

কিন্তু কিছু দিনৰ পিছত তেওঁ তাৰ পৰা আঁতৰি আহিব লগা হ'ল ।''

এই তথ্য ''প্ৰকাশ'ৰ সম্পাদকৰ কল্পনাপ্ৰসূত যে বাস্তৱ অভিজ্ঞতা লব্ধ? যদি বাস্তৱ অভিজ্ঞতালব্ধ হয় বিষ্ণু ৰাভাৰ এতিয়ালৈকে প্ৰকাশ হোৱা ( বা নোহোৱা ) কোন লেখাত সেই তথ্য আছে উল্লেখ নকৰিলে ইয়াক সত্যৰ অপলাপৰ বাহিৰে আন একো বুলিব নোৱাৰি ।

কমৰেড ৰাভাৰ নিজা স্বীকাৰোক্তি ( কপাল জয়ন্তী লৈ দিয়া বাণী ) শ্ৰদ্ধেয় তিলক দাসৰ জীৱনী, তেখেতৰ জীৱনক কেন্দ্ৰ কৰি লিখা শ্ৰদ্ধেয় মেদিনী চৌধুৰী দেৱৰ উপন্যাস ''ফেৰেঙাদাও''ৰ উপৰিও ৰাভা সম্পৰ্কে লিখা বহু প্ৰবন্ধাদিত ( তাৰ ভিতৰত সুপ্ৰসিদ্ধ সাংবাদিক সাহিত্যিক শ্ৰদ্ধেয় তিলক চন্দ্ৰ হাজৰিকা দেৱে লিখা ৰাভা প্ৰথমবাৰ্ষিকী সোঁৱৰণী দিৱসত প্ৰকাশিত ''স্মৰণিকা''ৰ এটি প্ৰবন্ধৰ উদ্ধৃতি বিশেষ ভাৱে প্ৰণিধান যোগ্য )। তেখেতে লেখিছিল ''....বিষ্ণুৰাভাৰ ৰাজনৈতিক মতবাদ আছিল সুস্পষ্ট আৰু দৃঢ় । ক'বলৈ গ'লে এই ৰাজনৈতিক প্ৰখৰ চেতনা আৰু সুতীব্ৰ অনুভূতিৰ আধাৰতেই তেওঁ এক বিশিষ্ট মতবাদৰ প্ৰতি সুগভীৰ বিশ্বাস গঢ়ি উঠিছিল আৰু আনকি সেই মতবাদক কাৰ্য্যকৰী কৰিবলৈও তেওঁ সক্ৰিয় ভাৱে আগবাঢ়ি গৈছিল । সমাজ ব্যৱস্থাৰ অৰ্থনৈতিক বুনিয়াদ য'ত গঢ়ি উঠে তাত সৰ্ব্বহাৰাৰ প্ৰকৃত প্ৰমূল্য আৰু স্থান ক'ত সেই বিষয়ে, তেওঁৰ ধাৰণা সুস্পষ্ট আৰু তাৰ ভেটি বিজ্ঞান সম্মত আছিল । তেওঁ কাৰ্য্যকৰী ভাৱে সৰ্বহাৰাৰ লগত নিজকে এক কৰি দিছিল । [ প্ৰথম বাৰ্ষিকী স্মৃতি দিৱসত প্ৰকাশিত ''স্মৰণিকা'' পৃষ্ঠা ৪ ]

শ্ৰদ্ধেয় হাজৰিকা কোনো মাৰ্ক্সবাদী দলৰ সদস্য নহয় । তথাপি তেখেতৰ এই উক্তি বোধহয় ৰাভাৰ জীৱনৰ লগত পৰিচিত কোনো ব্যক্তি বা মাৰ্ক্সবাদীয়ে অকুণ্ঠ চিত্তে গ্ৰহণ কৰিব । গ্ৰহণ কৰিবলৈ কুণ্ঠাবোধ কৰে কমিউনিষ্ট হলে শিল্প-সংস্কৃতিৰো প্ৰকৃত সাধক হ'ব নোৱাৰে বুলি ভবা কমৰেড ৰাভাৰ ভাষাত ''ভেমপুৰীয়া'' সকলে ।

বৰ্ত্তমান অভূতপূৰ্ব্বভাৱে পালিত হ'বলৈ ধৰা ৰাভা দিৱসৰ প্ৰতি স্বাগত জনাৱো এই কথা কোৱা বোধহয় অপ্ৰাসঙ্গিক নহ'ব যে ব্যাপকভাৱে পালিত কলাগুৰু আৰু ৰূপকোঁৱৰৰ দিৱসত তেখেত সকলক বৈজ্ঞানিক ৰাজনীতিৰ আদৰ্শ বৰ্জ্জিত কেৱল কলাৰ কাৰণেই কলাৰ সাধক নাইবা একমাত্ৰ উগ্ৰজাতীয়তাবাদী আহ্বানৰ নেতা হিচাপে চিত্ৰিত কৰাৰ প্ৰৱণতা নোহোৱা নহয়। কিন্তু জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদ সেই পৰ্য্যায়ৰ নেতা নাছিল।

[ তিনি ]

জ্যোতি প্ৰসাদ আৰু বিষ্ণুপ্ৰসাদ এই দুজনৰ স্মৃতি তেখেত-সকল প্ৰয়াত হোৱাৰ একাধিক দশক পাৰ হৈ যোৱাৰ পিছৰ পৰা ভাবিব নোৱাৰা ধৰণে ব্যাপকভাৱে পালিত হ'বলৈ ধৰাৰ কাৰণ কি? এই প্ৰশ্ন উঠা স্বাভাৱিক।

এই বিষয়ত বিভিন্ন জনে হয়তো বিভিন্ন ব্যাখ্যা আগবঢ়াব। কিন্তু সেই ব্যাখ্যাত অসম্ভৱ বহু বৰেণ্য পুৰুষৰ স্মৃতিৰ তুলনাত আজি উভয়কে কেন্দ্ৰ কৰি নতুন এক তৰঙ্গ প্ৰৱাহিত হোৱাৰ আগৰ কাল ছোৱাত তেখেতসকলৰ স্মৃতি এনেদৰে সমাদৃত নোহোৱাৰ কাৰণ স্পষ্ট ভাৱে থাকিবনে নাথাকে সন্দেহ। কাৰণ সেই ব্যাখ্যা দিবলৈ হ'লে বৰ্ত্তমান তাৰুণ্যৰ সীমা অতিক্ৰম কৰি পৈণত বয়স পোৱা লেখকসকলে বৰ্ত্তমান এই দুজন সম্পৰ্কে যেনেদৰে মূল্যায়ন কৰা দেখা যায় তেখেতসকলৰ বিয়োগ ঘটাৰ পিছৰ পৰা তেখেতসকল ইমান দিন নিমাত আছিল কিয় তাৰ যথোচিত কাৰণ বিচাৰি পোৱা যাব বুলি ধাৰণা নহয়।

লেখকৰ ধাৰণা এই দুয়োজন চলিত সমাজ ব্যৱস্থাৰে প্ৰতিফলন ৰূপায়িত কৰা শিল্পনায়ক নাছিল। তেখেতসকল আছিল ভৱিষ্যত সমাজৰ ৰূপ সম্পৰ্কে আমাৰ শিল্পী-সাহিত্যিক সকলৰ ভিতৰত প্ৰথম

বাটকতীয়া। আনৰ লগত সাদৃশ্য নথকা তেখেতসকলৰ প্ৰধানতম বৈশিষ্ট্য হ'ল জাতীয় জীৱনৰ মূল ধাৰাৰ লগত কেৱল আনুভূতিক ভাৱেই নহয় কায়িক ভাৱেও জন-সাধাৰণৰ লগত একাত্মবোধেৰে সংগ্ৰামৰ সহযোগী হোৱা। কেৱল অসমতে নহয়, জন-সাধাৰণৰ লগত এনেদৰে অভিন্ন ভাৱে মিলি যোৱা শিল্পী ভাৰত তথা বিশ্বতো বোধহয় ববৰেছি নোলাব।

জ্যোতি প্ৰসাদৰ শৈশৱত প্ৰভাৱ বিস্তাৰ কৰিছিল বৈষ্ণৱ সাধনাৰ ঘৰুৱা পৰিৱেশে। কিশোৰ কালত প্ৰভাৱ বিস্তাৰ কৰিছিল মহাত্মা-গান্ধীৰ ব্যক্তিত্বই। এই কথাৰ প্ৰমাণ অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত জ্যোতিপ্ৰসাদ গ্ৰন্থাৱলীত পাব পাৰি। বিদেশৰ পৰা ঘূৰি অহা পৰ্য্যন্ত তেখেতৰ জীৱনত এই প্ৰভাৱ স্পষ্ট।

১৯৩০ চনত বৃটিছ চৰকাৰক সশস্ত্ৰ বিদ্ৰোহৰ দ্বাৰা ওফৰাবৰ কাৰণে গুপ্ত বিপ্লৱীসকলৰ কাৰ্য্যকলাপে সমগ্ৰ ভাৰতত এক নতুন ভাৱধাৰাৰ প্ৰভাৱ পেলায়। বিদেশৰ পৰা ঘূৰি আহি জ্যোতি প্ৰসাদে জাতীয় মুক্তিৰ সংগ্ৰামত আত্মনিয়োগ কৰিছিল যদিও এই সশস্ত্ৰ বিপ্লৱীৰ প্ৰভাৱ তেখেতৰ জীৱনতো নপৰাকৈ থকা নাছিল। আইন অমানা আন্দোলনৰ সময়ত ন-দুৱাৰত অনুষ্ঠিত ছাত্ৰ-যুৱকৰ এক সমাবেশত তেখেতে বক্তৃতা প্ৰসঙ্গত কৈছিল যে ভাৰতে স্বাধীনতা লাভৰ কাৰণে যি কোনো পথ অৱলম্বন কৰিব। প্ৰয়োজন হ'লে ভগৎসিঙৰ পথো গ্ৰহণ কৰিব। (অসম চৰকাৰৰ দ্বাৰা প্ৰকাশিত "পলিটিকেল হিষ্টৰি অৱ আসাম।" ২য় খণ্ড।)

তাৰ পৰাই প্ৰমাণ হয় তেখেতৰ ৰাজনৈতিক জীৱন দৰ্শনত কৃষ্ণ-শঙ্কৰৰ দৰ্শন নাইবা গান্ধীজীৰ অহিংসা দৰ্শনৰ বিপৰীতে সশস্ত্ৰ বিপ্লৱে অধিক প্ৰভাৱ বিস্তাৰ কৰিছিল। অৱশেষত ৪২ চনত আত্মগোপন কৰি সংগ্ৰাম চলাই থকা অৱস্থাৰ পৰা যেতিয়া তেখেতক বৃটিছ চৰকাৰৰ ওচৰত আত্মসমৰ্পণৰ নিৰ্দ্দেশ দিয়া হ'ল তেখেতে সেই নিৰ্দ্দেশ পালন কৰিলে যদিও মনৰ পৰা গান্ধীবাদক সম্পূৰ্ণ

বিসৰ্জ্জন দিলে। প্ৰমাণ? লভিতা নাটক আৰু তাৰ পিছৰ ৰচনা সমূহৰ মূল আবেদন।

জ্যোতিপ্ৰসাদ আছিল জাতীয় মুক্তি সংগ্ৰামৰ সেনানী। তেখেতৰ অকাল বিয়োগ ঘটে জাতীয় স্বাধীনতা লাভৰ তিনি বছৰৰ পিছতে। কিন্তু তাৰ ভিতৰতে তেখেতে ভাৰত চৰকাৰৰ ধনী পুঁজিবাদী ৰূপটো সম্যক ভাৱে উপলব্ধি কৰি তাৰ বিৰুদ্ধে তীব্ৰ কষাঘাত কৰি গৈছে আৰু সমাজতন্ত্ৰৰ দৰ্শনৰ লগত বিশেষ ভাৱে পৰিচিত নথকাত সংস্কৃতিৰ মাধ্যমেৰেই এক নতুন সমাজৰ আহ্বান জনাই গৈছে।

বিষ্ণু প্ৰসাদৰ জন্ম হৈছিল বৰ্ত্তমানৰ বাংলা দেশৰ ৰাজধানী ঢাকা চহৰত। তেখেতৰ পৰিয়ালৰ পৰিৱেশ জ্যোতিপ্ৰসাদৰ দৰে বৈষ্ণৱ ধৰ্ম্ম বা গান্ধীবাদৰ আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত নাছিল। বিষ্ণু প্ৰসাদৰ কিশোৰ কাল ঢাকাতে অতিবাহিত হয়। ১৯০৫ চনত বঙ্গভঙ্গ আন্দোলনে ভাৰতৰ জাতীয় আন্দোলনত সুদূৰ প্ৰসাৰী প্ৰভাৱ পেলায়। তাৰেই প্ৰত্যক্ষ প্ৰমাণ ১৮৮৫ চনতে গঠিত জাতীয় কংগ্ৰেছৰ তেতিয়ালৈকে থকা আবেদন নিবেদনৰ ধাৰাৰ পৰিবৰ্ত্তে সংগ্ৰামী ধাৰালৈ ক্ৰমে পৰিৱৰ্ত্তন হোৱাৰ সূত্ৰপাত। বঙ্গভঙ্গ আন্দোলনৰ পিছৰ পৰাই বঙ্গদেশত বিশেষকৈ পূববঙ্গত গুপ্ত বিপ্লৱী আন্দোলনৰ সম্প্ৰসাৰণ ঘটে। সম্ভৱত: কিশোৰ বাভাই প্ৰথমে তাৰেই কিছু কাহিনীৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। এই কথা ভবাৰ হেতু হ'ল বিষ্ণু বাভাৰ ছাত্ৰ জীৱনৰ বিপ্লৱী কাহিনী সমূহ আৰু কোনোদিনে গান্ধীবাদৰ প্ৰতি আকৃষ্ট নোহোৱাৰ বহু প্ৰমাণ।

উভয়ৰে জীৱনত সেই সময়ৰ আমাৰ স্মৰণীয় তৰুণ দেশনেতা প্ৰয়াত ত্যাগবীৰ হেম বৰুৱা, দেশপ্ৰাণ অমিয় কুমাৰ দাস, অসমত জাতীয় আন্দোলনৰ সাংগঠনিক ৰূপ দিয়াৰ প্ৰধান নেতা প্ৰয়াত চন্দ্ৰ নাথ শৰ্ম্মা, প্ৰয়াত লক্ষীধৰ শৰ্ম্মা প্ৰমুখ্যে প্ৰগতিবাদী নেতা সকলৰ প্ৰভাৱৰ আজি যথাযথ ভাৱে গৱেষণা হোৱা নাই যদিও এই কথা এদিন সত্য বুলি প্ৰমাণিত হ'ব যে অসমত এই কেইজন তৰুণ

নেতায়ে ছোভিয়েত বিপ্লবৰ প্ৰতি ওলগনি জনাইছিল আৰু তীক্ষ্ণ মেধা সম্পন্ন, অকালতে বিয়োগ ঘটা লক্ষ্মীধৰ শৰ্মাই গান্ধীবাদৰ প্ৰতি আস্থাহীন হৈ সাম্যবাদৰ প্ৰতি আকৃষ্ট হোৱাৰ স্পষ্ট প্ৰমাণ পোৱা যায় সেই সময়ৰ "আবাহন" কাকতত প্ৰকাশিত তেখেতৰ গল্প "পদ্মৰেখা"ত পোৱা মনত আছে। গল্পৰ নায়কে ক্ৰমে গান্ধীবাদত বিশ্বাস হেৰুৱাই গল্পৰ দেশপ্ৰেমিক যুৱকে বিদেশলৈ গুচি যায় আৰু শেষত গৈ ফৰাচী দেশৰ এক কমিউনিষ্ট আলোচনা চক্ৰৰ ভিতৰলৈ সোমাই যোৱা কাহিনীৰ পৰা সেই কথাই প্ৰমাণিত হয়।

জ্যোতিপ্ৰসাদ আৰু বিষ্ণু প্ৰসাদে এই সকলৰ পৰাই সম্ভৱ অসমত প্ৰথম ভৱিষ্যত সমাজৰ আভাস পাইছিল আৰু তাৰেই উদ্দেশ্যে জীৱনৰ প্ৰথম ছোৱাত বহু ক্ষেত্ৰত মনোনিৱেশ কৰিলেও দুয়োজনৰে শেষ জীৱনৰ আবেদন সেই নতুন সমাজৰ উদ্দেশ্যেই।

জ্যোতিপ্ৰসাদে জাতীয় স্বাধীনতাৰ লগে লগেই দুৰাৰোগ্য ৰোগত শয্যাশায়ী হয়। গতিকে তেখেতৰ প্ৰধান কাম্যিক অৱদান জাতীয় সংগ্ৰামতে পৰিসমাপ্তি ঘটে।

বিষ্ণু প্ৰসাদ আছিল জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰাৰ সময়তো সমাজতন্ত্ৰৰ আদৰ্শত বিশ্বাসী আৰু স্বাধীনতাৰ পিছত সমাজতন্ত্ৰ অভিমুখী সংগ্ৰামত জীৱনৰ শ্ৰেষ্ঠ সামৰ্থ্য অৰ্পণ কৰাৰ সংকল্পৰে দৃঢ় প্ৰতিজ্ঞ। তেখেতৰ নিজৰ স্বীকাৰোক্তিতে প্ৰকাশ সেই স্বাভাৱিক ধাৰায়ে তেখেতক বিশ্বজুৰি চলা সমাজতন্ত্ৰৰ আন্দোলনৰ চালিকা শক্তি কমিউনিষ্ট পাৰ্টিলৈ আনিছিল। তেখেত আছিল জাতীয় মুক্তি আন্দোলন আৰু সমাজতান্ত্ৰিক আন্দোলনৰ উভয়তে সেনানী।

বহুতে মন্তব্য প্ৰকাশ কৰে ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগ দিয়াৰ পিছত বিষ্ণু ৰাভাৰ সৃজনী প্ৰতিভা লুপ্ত পালে। কিন্তু সেই সকলে এই প্ৰমাণ দিব নোৱাৰে যে তাৰ পিছত তেখেতে সাংস্কৃতিক বা ৰাজনৈতিক জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰি গজদন্ত মিনাৰত বহি বিশ্বকবিৰ ভাষাত "চৌখিন মজদুৰী" কৰিছিল বুলি।

বিশ্বজুৰি চলা মহান অভিযানৰ ক্ষুদ্ৰ হ'লেও এটি অংশ আমাৰ কমিউনিষ্ট আন্দোলনত তেখেতে নিজকে এনেদৰে বিলীন কৰি দিছিল যে ঘৰদুৱাৰ, পুত্ৰ, পৰিয়াল একোৰে প্ৰতি তেখেতৰ প্ৰবল আকৰ্ষণ নাছিল। তেখেতৰ সমগ্ৰ সত্তাক নিয়ন্ত্ৰিত কৰিছিল কমিউনিষ্ট আদৰ্শই —ভবিষ্যত নতুন সমাজ গঢ়াৰ কাৰণে দি যাব পৰা বৰগুণিৰ প্ৰেৰণাই, তাৰ তুলনাত হয়তো তেখেতে জনসাধাৰণৰ আন্দোলনৰ পৰা বিছিন্ন কেৱল কলাৰ সাধনাক গৌণ স্থান দিছিল। তেখেতৰ প্ৰধান প্ৰেৰণাৰ থল আছিল জনসাধাৰণৰ সংগ্ৰাম। তেখেতে জানিছিল যে জনসাধাৰণৰ এই সংগ্ৰামহে সমাজৰ ৰূপান্তৰকাৰী। জনসাধাৰণৰ সংগ্ৰামৰ পৰা বিৰত থাকি বৌদ্ধিক বিপ্লৱৰ সাধনা নিৰৰ্থক। কিন্তু আমহাতে এই কালছোৱাতে তেখেতে আমাৰ জনসাধাৰণৰ বিভিন্ন অংশৰ মাজত বিশেষকৈ বড়ো, ৰাভা, টিৱা, মিচিং আৰু আজিৰ অৰুণাচলৰ প্ৰত্যেক জনসত্তাৰ লগত যেনে গভীৰ ভাৱে মিলিত হৈ সেই জনজাতি সকলৰ মাজত অসমৰ সংহতি আৰু সাংস্কৃতিক ঐক্যৰ প্ৰচাৰ যেনেদৰে কৰিছিল আজিলৈকে কোনো সাংস্কৃতিক বা ৰাজনৈতিক নেতাই তেনে কৰাৰ উদাহৰণ নাই আৰু সম্ভৱত: ই অসমৰ ইমানখিনি বিভিন্ন জনসমষ্টিৰ ভাষা সংস্কৃতিৰ লগত এনে নিবিড় ভাৱে পৰিচিত আৰু দ্বিতীয় এজন পুৰুষো নাই। ৰাভাৰ জনসাধাৰণৰ লগত এই জীৱন জোৰা যোগাযোগ আৰু প্ৰত্যেকৰে সাংস্কৃতিক সত্তাৰ লগত পৰস্পৰৰ সম্পৰ্ক স্থাপন কৰাৰ ক্ষেত্ৰত যি মহান আদৰ্শ ৰাখি গৈছে অসমৰ ঐক্য আৰু সংহতিৰ ক্ষেত্ৰত সেই কাহিনী অবিস্মৰণীয়। বিষ্ণুৰাভাৰ জনজীৱনৰ লগত জনসাধাৰণৰ এই প্ৰাণৰ সম্পৰ্ক কিমান গভীৰ আৰু ব্যাপক আছিল "বিষ্ণুপ্ৰসাদ ৰচনাৱলী"ত থকা তেখেতৰ নিজৰ লেখাই তাৰ প্ৰমাণ। অসম, অৰু-ণাচল প্ৰমুখ্যে পূৰ্বাঞ্চলৰ বিভিন্ন জাতিৰ ভাষা-সংস্কৃতি আৰু তাৰ প্ৰতি যি ঐকান্তিক আগ্ৰহ সেয়ে প্ৰমাণ কৰে বিষ্ণুপ্ৰসাদৰ জীৱন দৰ্শন আছিল সমাজক অতীত সংস্কৃতিৰ সমৃদ্ধিৰে সমৃদ্ধ কৰি ভবিষ্যতৰ নতুন সমাজৰ ফালে আগবঢ়াই লৈ যোৱাৰ বিৰাট সাধনা।

বৰ্ত্তমান সমাজতন্ত্ৰৰ বিপৰীতে শ্ৰীমন্ত শঙ্কৰদেৱ বা বিভিন্ন ধৰ্ম্মৰ প্ৰচাৰক সকলেই যে প্ৰকৃত সমাজতন্ত্ৰৰ বাণী প্ৰচাৰ কৰিছিল, তাৰ মহিমা প্ৰচাৰৰ এক পুনৰুত্থানবাদৰ ( ৰিভাইভেলিজম ) ব্যাপক প্ৰবৃত্তি চলিছে। আনহাতে সমাজতন্ত্ৰত জাতীয় স্বাধীনতা বা জাতীয় বিকাশৰ স্থল গৌণ সেই অপপ্ৰচাৰ চলাই উগ্ৰজাতীয়তাবাদৰ এক নতুন প্ৰবাহ প্ৰবাহিত কৰাৰ অপচেষ্টা কম চলোৱা হোৱা নাই। ই কেৱল অসমতে সীমাবদ্ধ নহয়। কমৰেড ৰাভাই সমাজৰ "ৰথৰ চকৰি সদায় আগলৈ যায়" বুলি প্ৰায় সকলো প্ৰধান লেখাতে উল্লেখ কৰিছে যদিও এই সকলে বিষ্ণুৰাভাক সমাজৰ ৰথৰ চকৰি পিছলৈ ঘূৰোৱাৰ অপচেষ্টাতো সাঙুৰি লোৱা দেখা যায়।

লেখক হয়তো তেতিয়ালৈ নাথাকে; কিন্তু লেখকে অন্তৰৰ সকলো গভীৰতম প্ৰত্যয়েৰে এই কথাই বিশ্বাস কৰে জ্যোতিপ্ৰসাদ বিষ্ণু ৰাভাক আজি যেনেদৰে পথাৰৰ মাজৰ শিমলু গছক যিফালৰ পৰা মন যায় সেই ফালৰ পৰাই "আমাৰ ফালেহে পোন" বুলি জাহিৰ কৰাৰ অপচেষ্টা চলিছে সি বেছি দিন স্থায়ী নহয়। সমাজ প্ৰগতিৰ অপ্ৰতিহত ধাৰা যিমানেই আগবাঢ়ি যায় এই অপচেষ্টাও সিমানেই চিতনিত হৈ যাবলৈ বাধ্য। কিন্তু সেই বুলি জ্যোতিপ্ৰসাদ বিষ্ণু-প্ৰসাদৰ অৱদান ম্লান হৈ নাযায়। সমাজ প্ৰগতিৰ স্তৰ যি পৰিমাণে প্ৰশস্ত হৈ যাব ভবিষ্যত সমাজৰ স্ৰষ্টা আৰু তাৰ প্ৰাথমিক সপোন বাস্তৱত ৰূপায়িত কৰাৰ এই দুজন গণশিল্পী গণনেতাৰ জ্যোতিৰ জ্যোতি আৰু ৰাভাৰ আভা সমাজতন্ত্ৰৰ স্তৰৰ বিকাশৰ লগে লগে আৰু বেছি উদ্ভাসিত হৈ উঠিব।

—x—

# ৰাভাৰ ৰাজনৈতিক আদৰ্শ

শশী শৰ্মা

বিষ্ণু ৰাভাৰ ৰাজনৈতিক আদৰ্শৰ বিষয়ে শুদ্ধ আলোচনা ইতিমধ্যে ভালেখিনি প্ৰকাশ হৈছে। তেওঁ যে যথাৰ্থ সমাজতান্ত্ৰিক বিপ্লৱী তথা কমিউনিষ্ট আছিল এই কথা প্ৰমাণিত হৈছেই। কিন্তু তথাপি পেটি বুৰ্জোৱা চৰিত্ৰসম্পন্ন লেখক, শিল্পী, কলাকাৰ একাংশই ৰাভাৰ ৰাজনৈতিক আদৰ্শৰ বিষয়ে বিভ্ৰান্তিৰ সৃষ্টি কৰিবলৈ এৰা নাই। (স্বীকাৰ কৰা উচিত হ'ব যে ৰাভাৰ ৰচনাৱলী প্ৰকাশৰ আগলৈকে কোনো কোনো বিষয়ত মোৰ নিজৰো বিভ্ৰান্তি আছিল; কিন্তু মূলতঃ ৰাভাক মই কমিউনিষ্ট বুলিয়ে জানিছিলোঁ।) এই অংশ পেটি বুৰ্জোৱাই জীৱন্তকালত ৰাভাক বুলিছিল 'নষ্ট যোৱা ল'ৰা' (Spoiled child)! কাৰণ ৰাভা আছিল কমিউনিষ্ট, কমিউনিষ্ট ৰাভা আছিল তেওঁলোকৰ মানত চকুৰকুটা দাঁতৰ শূল। ৰাভাৰ জনপ্ৰিয়তা এওঁলোকে লক্ষ্য নকৰাকৈ থকা নাছিল। এওঁলোকে ইয়াকো লক্ষ্য কৰিছে যে বিয়োগৰ লগে লগে ৰাভাৰ জনপ্ৰিয়তা বাঢ়িছেহে, টুটা নাই। ৰাভাৰ মৃত্যু দিবস অসমৰ ৰাইজৰ মানত এটা বিশিষ্ট উৎসৱত পৰিণত হৈছে। পেটি বুৰ্জোৱা অংশই এই কথাও লক্ষ্য কৰিছে। সমাজৰ মাজত নিজৰ নিজৰ ভাৱমূৰ্তি উজ্জ্বল কৰি তোলাৰ বাসনাৰে এওঁলোকেও ৰাভা-প্ৰশস্তিত যোগ দিছে। এওঁলোকে কিন্তু কমিউনিষ্ট ৰাভা বা সমাজতান্ত্ৰিক বাস্তৱবাদী ৰাভাক কৌশলেৰে ঢাকি ৰাখি 'কলাগুৰু' ৰাভাৰ প্ৰচাৰত হে একান্তভাৱে মনোনিৱেশ কৰা দেখা যায়।

ৰাভাৰ সহযোগী আৰু সমকালীন সকলৰ একাংশৰ মতে বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ত অনুষ্ঠিত এক বিশিষ্ট সাংস্কৃতিক অনুষ্ঠানত ৰাভাই নৃত্যবিদ উদয় শংকৰতকৈও বেচি কৃতিত্ব আৰু বেচি

স্বাভাৱিক ৰূপে তাণ্ডৱ নৃত্য পৰিবেশন কৰাত বিশ্ববিদ্যালয়খনৰ তেতিয়াৰ উপাচাৰ্য্য ড° সৰ্বপল্লী ৰাধাকৃষ্ণণে হেনো ৰাভাক 'কলাগুৰু' উপাধি দানেৰে সন্মানিত কৰিছিল। অৰ্থাৎ নৃত্য, গীত, অভিনয়, বাদ্য আদি সকলো ক্ষেত্ৰতে ৰাভা নিপুণ আছিল কাৰণে তেওঁ 'কলাগুৰু'। এই ব্যাখ্যা ভুল নহয়, কিন্তু আংশিক। কাৰণ তেওঁ কলাৰ কাৰণে কলা, সাহিত্যৰ কাৰণে সাহিত্য সৃষ্টি কৰা নাছিল; কলা বা সাহিত্যৰ মাজেদি নিৰক্ষৰ নিবনুৱা শোষিত জনগণক সচেতন ভাবে সংগঠিত কৰি সমাজতান্ত্ৰিক বিপ্লৱ সফল কৰি তোলাহে তেওঁৰ কলা বা সাহিত্য সাধনাৰ মূল লক্ষ্য আছিল। ৰাভাই মৰ্মে মৰ্মে অনুভৱ কৰিছিল যে কলা আৰু সাহিত্যৰ মূল লক্ষ্য মুক্তি। এই মুক্তি সুস্থ জীৱন ধাৰণৰ কাৰণে সকলো প্ৰকাৰৰ বাধাৰ পৰা মুক্তি, সংস্কাৰৰ সকলো প্ৰকাৰৰ শিকলিৰ বান্ধোনৰ পৰা মুক্তি, আৰু মনুষ্যত্বৰ সকলো প্ৰকাৰৰ গ্লানিৰ পৰা মুক্তি। ভাৰতৰ ছাত্ৰ ফেডাৰেশ্যনৰ নগাঁও জিলা শাখাৰ বছৰা অধিবেশনৰ সংস্কৃতি সন্মিলনৰ সভাপতিৰ ভাষণত ৰাভাই সাহিত্য-কলাৰ লক্ষ্য সত্য বুলি কৈছিল। তেওঁৰ ভাষাত,—'সেই সত্য হৈছে মুক্তি, হালোৱাৰ মুক্তি, হজুৱাৰ মুক্তি, বনুৱাৰ মুক্তি। সেই সত্য হৈছে মানুহেই সত্য। সেই সত্যৰ মাজত শ্ৰেণী ভেদ নাই, আছে সাম্য।" (ৰচনাৱলী ঃ পৃষ্ঠা, ৮২)

তেওঁৰ প্ৰকাশিত ৰচনাৱলীৰ পৰাও দেখা যায় যে কলাৰ কাৰণে কলা বা সাহিত্যৰ কাৰণে সাহিত্য তেওঁ ৰচনা কৰা নাছিল,—বিশেষকৈ ১৯৪১ চনত বিপ্লৱী সমাজতান্ত্ৰিক দলত যোগ দিয়াৰে-পৰা। তেওঁৰ প্ৰতিখন নাটক, প্ৰতিটো গল্প, উপন্যাস, কবিতা, গান, নিবন্ধৰ মূল আদৰ্শ সমাজতান্ত্ৰিক বাস্তৱবাদ। সমাজতান্ত্ৰিক বাস্তৱবাদৰ আদৰ্শ আৰু লক্ষ্য ব্যাখ্যা প্ৰসঙ্গত গৰ্কীয়ে কৈছিল,—"সমাজতান্ত্ৰিক বাস্তৱতাই এনে কোনো কাম বা সৃষ্টিক বুজাই যাৰ উদ্দেশ্য হ'ল মানুহৰ ব্যক্তিগত সামৰ্থ্যক নিৰৱচ্ছিন্ন ভাৱে বিকাশ সাধন কৰোৱা, যাতে তেওঁ স্বাস্থ্যবান আৰু দীৰ্ঘজীৱী হ'ব পাৰে, এই

পৃথিৱীতে মহৎ সুখ আৰু আনন্দ লাভ কৰিব পাৰে ; তাৰ কাৰণে মানুহে সীমাহীন প্ৰয়োজন পূৰণৰ অৰ্থে জগতখনৰ আমূল পৰিবৰ্তন সাধি মানৱজাতিক এটা পৰিয়ালৰ দৰে বাস কৰিব পৰা এখন সুন্দৰ বাসস্থানলৈ ৰূপান্তৰিত কৰিব পাৰে।" ৰাভাৰ গীত, মাত, নাট, গল্প, উপন্যাস, প্ৰবন্ধ সকলোৰে মূল আদৰ্শ এই সমাজতান্ত্ৰিক বাস্তৱবাদ।

প্ৰকাশিত নৃত্য-নাটিকা তিনিখন,—'ন পৃথিৱীৰ নতুন যুগ' 'মুক্তি দেউল', আৰু 'গেঙনি-বেঙনি'তো সমাজতান্ত্ৰিক বাস্তৱবাদৰ স্বৰূপ মূৰ্ত হৈ উঠিছে, হালোৱা-হজুৱা-বনুৱাৰ চূড়ান্ত বিকাশ সাধন কৰি সমাজৰ সৰ্বোচ্চ স্থানত—'ৰাইজেই ৰজা, প্ৰজাই ৰজা' অধিষ্ঠিত কৰাৰ আদৰ্শ তুলি ধৰিছে। 'ন পৃথিৱীৰ নতুন যুগ' এটাইত মুকলিকৈয়ে কৈছে—"এগৰ ভিতৰত পাঁচজন ধনীৰ কাৰণে যুঁজিবলৈ পুলিচ মিলিটাৰী সকল আৰু আগুৱাই নাযায়। চাৰিকুৰি পোন্ধৰজন হালোৱা-হজুৱা-বনুৱা আৰু তলনজলীয়া দুখীয়া শ্ৰেণীৰ কাৰণে যুঁজিবলৈ তেওঁলোক আজি আগুৱান।" যেন ৰোমাণ্টিক দৃষ্টিৰে ৰাভাই সমাজতান্ত্ৰিক বিপ্লৱৰ সফলতাহে দেখিবলৈ পাইছে।

প্ৰকাশিত উপন্যাস ৰাভাৰ মাত্ৰ এখন,—'মিচিং কনেঙ'। এই উপন্যাস খনৰো মূল আদৰ্শ হ'ল,—"ধনবাজ ভাঙি গণৰাজ পাত। নহলে তিল তিল কৈ মৰিবি।" (ৰচনাৱলী : পৃষ্ঠা, ২৮০)।

প্ৰকাশিত গল্পৰ ভিতৰত 'হিয়াৰ পুং' এটা বিশিষ্ট গল্প। এই গল্পটোত ৰাভাৰ ৰাজনৈতিক আদৰ্শ জলজলীয়াকৈ জিলিকি উঠিছে। এই গল্পটোৰ মাজেদি পোনপটীয়াভাৱে তেওঁ সমাজতান্ত্ৰিক বিপ্লৱৰ কাৰণে আহ্বান জনাই লেখিছে,—"যিমান দিনলৈ ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থা থাকিব, তিমান দিনলৈকে হালোৱা-হজুৱা বনুৱাৰ দুখ কষ্ট মৰি গলেও ওৰ নপৰে। কিয়নো, আজি আইন যন্ত্ৰটো ধনপতিহঁতৰ হাতত আছে। ...যেতিয়ালৈকে ধনীৰ আইনৰ

পেৰা-যন্ত্ৰটো আপোনালোকে ভাঙি নেপেলাই, তেতিয়ালৈকে সুখ, শান্তি আৰু মুক্তি নহয়। সেই পেৰা-যন্ত্ৰটো নাশ কৰিবৰ বাবেই বিপ্লৱ লাগে। সেই বিপ্লৱেই ধনতন্ত্ৰবাদ ধ্বংস কৰিব, আইনৰ পেৰাযন্ত্ৰটো নষ্ট কৰি পেলাব, সমাজতন্ত্ৰ দি থাকিব।" (ৰচনাৱলী : পৃঃ ১২৯৪)

অ'ত ত'ত প্ৰকাশিত গানবোৰৰো মূল লক্ষ্য হ'ল শ্ৰমকাৰী জনগণক ৰাজনৈতিক ভাৱে সচেতন কৰি সমাজতান্ত্ৰিক বিপ্লৱৰ অভিমুখে আগুৱাই নিয়া।

জাগ্ জাগ্ জাগ্ জাগ্
মজদুৰ নওজোৱান।
নির্যাতিত নিপীড়িত
কৃষক শক্তিমান।

× × ×

শতক সৌ চৌপাশে বয়
ধনী জমিদাৰ,
শুহে কলিজাৰ ৰঙা তেজ
প্ৰজা দুখীয়াৰ।
ধ্বংস কৰ ধ্বংস কৰ
ধনীৰ অহংকাৰ।

× × ×

ভাং ভাং ভাং ভাং
লোহাৰ শিকলি ভাং।
ছিং ছিং ছিং ছিং
দাসত্ব বান্ধোন ছিং।।

তেওঁ 'বান' ক'বাং'ৰ কথাই কওক বা 'মানৱজাতি'ৰ উৎপত্তি আৰু বিকাশৰ কথাই কওক, সকলোবোৰৰ মাজেদি সমাজতান্ত্ৰিক

বাস্তৱবাদৰ আদৰ্শ দাঙি ধৰিবই। এইজন ৰাভাক বিপ্লৱী ভিন্ন আন বুলি কয় কেনেকৈ ?

ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম ৰাজ্যিক পৰিষদৰ ৰূপালী জয়ন্তী উপলক্ষে পঠোৱা অভিনন্দন বাণীত ৰাজনৈতিক জীৱনৰ কথা উল্লেখ কৰি তেওঁ নিজে কৈছে— '১৯৪৫ চনৰ পৰা বাইজৰ মাজত জঁপিয়াই পৰি বহু সভা-সমিতিৰ যোগে ৰাইজৰ প্ৰতি মোৰ কৃতজ্ঞতা যাচিছিলোঁ। তেতিয়াৰ পৰাই ভাৰতৰ বিপ্লৱী সাম্যবাদী দলৰ লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ লগত পৰিচিত হৈ আৰু লেনিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ আশাত, প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত, ৰাইজৰ হিয়াৰ আমঠু, ৰাইজৰ প্ৰাণৰ লগৰী আৰু ৰাইজৰ লগত একেলগে মিলিজুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰিছোঁ।'' (ৰচনাৱলী : পৃষ্ঠা, ৩০৬)।

এই একেটা অভিনন্দন বাণীৰ শেষৰ ফালে তেওঁ কৈছে— ''আজি মই ৰোগশয্যাত। মোৰ মনত অসীম প্ৰেৰণা যোগোৱা পাৰ্টি আৰু জনসাধাৰণৰ পৰা মই আঁতৰত থাকিব লগা হৈছোঁ। তথাপিও মোৰ মন সদায় ৰাইজৰ মাজত। যি আদৰ্শৰ সাধনাত জীৱনৰ সকলো সামৰ্থ্য আগবঢ়াইছিলোঁ, সেই আদৰ্শৰ পাৰ্টিৰ অসমত ৰূপালী জয়ন্তী উপলক্ষে ৰোগশয্যাৰ পৰাই অভিনন্দন জনাইছোঁ।'' (ৰচনাৱলী: পৃষ্ঠা, ৩০৭)। এই অভিনন্দন বাণীত তেওঁ বিপ্লৱী কমিউনিষ্ট পাৰ্টি এৰি ১৯৫৫ চনত ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগ দিয়াৰ কথাও স্পষ্ট ভাবে উল্লেখ কৰিছে আৰু জীৱনৰ অন্তিম ক্ষণলৈ যে তেওঁ কমিউনিষ্ট পাৰ্টিত আছিল আৰু পাৰ্টিৰ আদৰ্শ সামগ্ৰিক ভাবে বাস্তৱত ৰূপায়িত কৰিবলৈ যত্নপৰ হৈছিল তাকো স্পষ্টভাবেই তেওঁ নিজে উল্লেখ কৰিছে।

এনে ক্ষেত্ৰত ৰাভাৰ ৰাজনৈতিক আদৰ্শৰ বিষয়ে বিভ্ৰান্তি কিয় ? ৰাভাক কমিউনিষ্ট বুলিলে পেটি বুৰ্জোৱা মনোবৃত্তিৰ সাহিত্যিক-শিল্পী সকলেই বা জকজকাই উঠে কিয় ? এই সকলৰ অশান্তি আৰু

অসন্তুষ্টিৰ কাৰণ এয়ে হ'ব যে এওঁলোক অতীতমুখী আৰু অন্ধসংস্কাৰাচ্ছন্ন। এওঁলোক সামন্তযুগীয়া মনোবৃত্তিসম্পন্ন 'প্ৰভু' শ্ৰেণীৰ লোক। এওঁলোকে প্ৰভুত্বশালী লোকক মানুহ নুবুলি বোলে 'অৱতাৰ', আৰু অৱতাৰী লোকৰ দোষ-ত্ৰুটিক বোলে 'লীলা', সাধাৰণ শ্ৰমকাৰী মানুহে দোষ কৰিলে এওঁলোকে বিধান দিয়ে কিন্তু,—'ধৰি-বান্ধি কিলা'। এওঁলোক এই কাৰণেই কমিউনিষ্টবিমুখ যে সমাজতান্ত্ৰিক বিপ্লৱ সফল হ'ব লাগিলে সামান্য-সাধাৰণ কৃষক-শ্ৰমিক, দোলাভাৰী খনিজীৱী, কাঁড়ী-পাইক আৰু এওঁলোকৰ সতি-সন্ততি সম্ভ্ৰান্ত মানুহৰূপে স্বীকৃত আৰু সন্মানিত হ'ব, তেতিয়া তেওঁলোকৰ সাম্পদৰ খোৱা বালি তল যাব আৰু প্ৰভুত্বৰ অকণ্টকা সিংহাসন চুলি পৰিব। এওঁলোকে এই কাৰণেই কমিউনিষ্ট বিদ্বেষী আৰু এই কাৰণে পুঁজিপতি-জমিদাৰ শ্ৰেণীৰ লগত লগ লাগি এওঁলোকে নানা অপকৌশলেৰে কমিউনিষ্ট দল-মতক সমাজৰ চকুত হেয় প্ৰতিপন্ন কৰিব বিচাৰে, কমিউনিষ্ট নিধন কৰিবলৈ ষড়যন্ত্ৰতো তৎ লিপ্ত। ১৮৪৮ চনতে মাৰ্ক্স আৰু এংগেলচে কৈছিল - "সমগ্ৰ ইউৰোপ জুৰি এক মহাভয়ৰ সঞ্চাৰ হৈছে। সেই ভয় হৈছে কমিউনিজমৰ ভয়। কমিউনিজমৰ এই ভূত খেদিবলৈ পোপ আৰু জাৰ, মেটাৰ্নিক আৰু গিজ', ফৰাচী উগ্ৰপন্থী আৰু জাৰ্মানীৰ চোৰাংচোৱা পুলিচ, এই সকলো বিলাক, অৰ্থাৎ পুৰণি ইউৰোপৰ সকলো শক্তি এক পৱিত্ৰ মিত্ৰতা সূত্ৰত আবদ্ধ হৈছে।" (কমিউনিষ্ট ইস্তাহাৰ : পৃষ্ঠা—১)।

আজি আমাৰ দেশতো যেন অসন্ন তথা ভাৰতৰ পৰা এই মহাভয় আঁতৰি যোৱা নাই। এওঁলোকে অপপ্ৰচাৰ কৰিবলৈ এৰা নাই, যে কমিউনিষ্টৰ ৰাজনীতি হত্যাৰ ৰাজনীতি। কিন্তু ৰাভাকো এওঁলোকে নৰহত্যাকাৰী কমিউনিষ্ট ৰূপেহে প্ৰতিপন্ন কৰিব বিচাৰে। আনকি ৰাভাক যেতিয়া তেওঁৰ গুণমুগ্ধ প্ৰগতিশীল শিল্পী-সাহিত্যিক সকলে 'সৈনিক শিল্পী' বা 'শিল্পী সৈনিক' ৰূপে অভিহিত কৰে, তেতিয়াও এই প্ৰতিক্ৰিয়াশীল শ্ৰেণীয়ে ব্যাখ্যা দাঙি ধৰে যেন ৰাভাই হাতত

বন্দুক-ৰাইফল লৈহে কলাৰ সাধনা কৰিছিল। এওঁলোকে উপলব্ধি কৰিব নোৱাৰে যে সমাজতান্ত্ৰিক বাস্তৱবাদী শিল্পী-সাহিত্যিকৰ কৃতি বা সৃষ্টি মানেই সংগ্ৰামী ৰাইজৰ মানত বিপ্লৱৰ এক একোপাত শক্তিশালী অস্ত্ৰ। ৰাভা আছিল সমাজতান্ত্ৰিক বিপ্লৱী। সমাজতান্ত্ৰিক বিপ্লৱী ওখ নৈতিকতাসম্পন্ন; এওঁলোকৰ মনুষ্যত্ববোধ অতি উন্নত। এওঁলোকে সাহিত্যৰ কাৰণে সাহিত্য বা কলাৰ কাৰণে কলাৰ সাধনা নকৰে; বহল-ব্যাপক মানৱতাৰ মুক্তিৰ অৰ্থেহে কলা বা সাহিত্যৰ সাধনাত ৰত হয়। শোষক আৰু প্ৰতিক্ৰিয়াশীল শ্ৰেণী ভিন্ন সকলো স্তৰৰ শ্ৰমকাৰী লোক এওঁলোকৰ মানত প্ৰাণৰ বান্ধ। হাজাৰ হাজাৰ বছৰ জোৰা শ্ৰেণী-শোষণৰ তাড়নাই মানৱিকতা বা মনুষ্যত্ববোধ লোপ কৰি আন্ধাৰৰ মাজলৈ,—বৰ্বৰতাৰ মাজলৈ ঠেলি পঠিওৱা অগণন দুৰ্ভগীয়া লোকক মানৱীয় মহান মৰ্য্যদা দানেৰে বিভূষিত কৰি সদাসচেতন আৰু মহান মনুষ্যত্ববোধসম্পন্নৰূপে গঢ়ি তুলিবলৈ জীৱন পণ কৰা সমাজতান্ত্ৰিক বিপ্লৱী বা কমিউনিষ্টতকৈ ওখ আধ্যাত্মিকতা সম্পন্ন লোকেই বা আছে কোন? মধ্যবিত্ত পেটি বুৰ্জোৱা শ্ৰেণীৰ প্ৰতিও কমিউনিষ্টৰ ঘৃণা নাই, তেওঁলোকক ভ্ৰান্তিৰ মোহ-জালৰ পৰা মুক্ত কৰিবহে বিচাৰে। গীতাত যে শ্ৰীকৃষ্ণই অৰ্জুনক আততায়ী বা আততায়ীৰ অনুগামীক বধত দোষ নাই বুলি দঢ়াই দঢ়াই কৈছিল আৰু স্থিতপ্ৰজ্ঞৰূপে প্ৰতিষ্ঠিত হ'বলৈও আহ্বান জনাইছিল, আততায়ী নিধনকাৰী স্থিতপ্ৰজ্ঞক হে ওখ আধ্যাত্মিকতা সম্পন্ন লোকৰূপে প্ৰতিপন্ন কৰিছিল; সমাজতান্ত্ৰিক বিপ্লৱীয়ে যেন প্ৰকৃততে সেই তত্ত্বকেই বাস্তৱত ৰূপায়িত কৰিব বিচাৰে। মানৱতাৰ শত্ৰু পুঁজিপতি, জমিদাৰ, চোৰাং বেপাৰী, জালিয়াৎ, নাৰী ধৰ্ষণকাৰী আদি লোক আততায়ী ভিন্ন কি হ'ব পাৰে? সমাজতান্ত্ৰিক বিপ্লৱী সকলে পেটি বুৰ্জোৱা মনোবৃত্তিসম্পন্ন সাহিত্যিক, শিল্পী, কলাকাৰ প্ৰমুখ্যে বুদ্ধিজীৱী সকলক শকুনি, বৃহন্নলা বা মোহযুক্ত অৰ্জুনৰ ঠাইত মোহমুক্ত সব্যসাচী অৰ্জুন ৰূপে গঢ়ি তুলিব বিচাৰে আৰু শ্ৰমকাৰী জন-

গণকো সুসংস্কৃতিসম্পন্ন বিকাশিত বিৰাট পুৰুষৰূপে গঢ়ি তুলিব হিচাবে। বৰ্তমান পৃথিৱীৰ সমাজতান্ত্ৰিক ৰাষ্ট্ৰ সমূহৰ ইতিহাসে জানো এই তত্ত্ব সমৰ্থন নকৰে ?

বিষ্ণুৰাভা এনে মহান কমিউনিষ্ট আদৰ্শৰে সাধক বিপ্লৱী আছিল। কোনোৰ মতে ৰাভাই উত্তৰাধিকাৰ সূত্ৰে পিতাকৰ পৰা ২000 বিঘা আৰু আন কোনোৰ মতে ২৫00 বিঘা মাটিৰ অধিকাৰ পাইছিল। তেওঁ নিৰ্মোহ হোৱা হেতুকে মাটিৰ অধিকাৰ সমূলাংশে ত্যাগ কৰিছিল। তেওঁলৈ তেতিয়াৰ অসমৰ ইংৰাজ চৰকাৰে পুলিচৰ ডি-এচ-পিৰ পদ উপযাচি দিছিল। কিন্তু "ভাৰতৰ মুকুতি বলিয়া তেতিয়া ডেকা মই চাকৰি পাইও গেলাই থৈ মিলভৰ পৰা উভতি গোপ ভিনিদেউ বৰপেটাৰ ডাক্তৰৰ ঘৰত গৈ লোপনি পোতোঁ" (ৰচনাৱলী : পৃষ্ঠা ২৭৩)। স্বাধীন অসমৰ শিক্ষামন্ত্ৰী অমিয় কুমাৰ দাসে ব্যাখ্যা কৰা আকাশবাণী, গুৱাহাটী কেন্দ্ৰৰ তথ্য বিষয়বাবো জনগণৰ মুক্তিৰ দাবীৰ বেদীত তেওঁ হেলাৰঙে উপেক্ষা কৰিব পাৰিছিল। ৰাভাৰ অন্যতম সহযোগী চন্দ্ৰধৰ গোস্বামীয়ে লেখিছে, "কাঞ্চনৰ কাৰণে, সম্পত্তিৰ কাৰণে, খ্যাতিৰ কাৰণে অকণো মোহ নাছিল। সেয়েহে নিতান্ত প্ৰয়োজনীয় অৰ্থৰ বাহিৰে বেচি টকা হাতলৈ আহিলে, হাঁহি হাঁহি সেই টকা আনৰ মাজত বিলাই দিছিল। সময়ত বসনো এজোৰতকৈ প্ৰায়েই বেচি নাছিল। ...কিন্তু বসনৰ এই অৱস্থা অভাৱ-অনাটনৰ বাবে নহয়। মূলতেই বাহুল্যৰ প্ৰতি তেখেতৰ স্বাভাৱিক বিৰাগ। তেতিয়াবা বেচি হলেও ক'ৰবাত এৰি আহে।" (সৈনিক শিল্পী বিষ্ণুৰাভা : পৃষ্ঠা ৪৭/৪৮)।

এইজন বিষ্ণুৰাভা যে জাতে-পাতে কমিউনিষ্ট আছিল এই বিষয়ে জানো সন্দেহৰ থল আছে ? কিন্তু ৰাভা কমিউনিষ্ট হৈ জন্মা নাছিল, সাম্ৰাজ্যবাদী বিদেশী ইংৰাজ শাসক গৱৰ্ণৰৰ এডি-কং তথা পুলিচ বিষয়া চুবেদাৰ মেজৰ গোপাল চন্দ্ৰ ৰাভাৰ পুত্ৰ হিচাপেহে জন্ম লাভ কৰিছিল। অৱশ্যে তেওঁৰ জন্মৰ সময়ৰ ভাৰতবৰ্ষত এটা বৈপ্লৱিক

পৰিবেশ ক্ৰমে গঢ় লৈ উঠিব ধৰিছিল। এই বৈপ্লবিক পৰিবেশৰ সৃষ্টিত ৰুচিয়াৰ নাৰোদ্‌নিক সকলৰ সন্ত্ৰাসবাদী আন্দোলন আৰু বলশ্বেভিক দলৰ ১৯০৫ চনৰ গণতান্ত্ৰিক বিপ্লৱৰ প্ৰভাৱ যে আছিল সেই বিষয়ে অৱশ্যে সন্দেহৰ থল নাছিল। বংগ ভংগৰ দলত গঢ়ি তোলা স্বদেশী আন্দোলনৰ আঁৰে আঁৰে গঢ় লৈ উঠা সন্ত্ৰাসবাদী আন্দোলন আছিল ঠিক নাৰোদ্‌নিক সকলৰ দৰেই। লেনিনৰ নেতৃত্বাধীন গণতান্ত্ৰিক বলশ্বেভিক দলে কিন্তু সন্ত্ৰাসবাদী আন্দোলনৰ বিৰোধিতাহে কৰিছিল। ভাৰতত্তো জাতীয় মুক্তি আন্দোলনৰ নেতৃবৰ্গই সন্ত্ৰাসবাদী আন্দোলনৰ বিৰোধিতা কৰিছিল। কিন্তু যুৱশক্তিৰ একাংশ তাৰ প্ৰতি আকৃষ্ট হৈছিল। কলিকতা, কোচবেহাৰ আৰু ৰংপুৰ কলেজৰ ছাত্ৰ বিষ্ণু ৰাভা যে সন্ত্ৰাসবাদী আন্দোলনৰ প্ৰতি উন্মুখ আছিল, সেই বিষয়ে সন্দেহৰ থল নাই।

১৯১৭ চনৰ ঐতিহাসিক অক্টোবৰ বিপ্লৱৰ কথা আনকি অসমৰ সাময়িকীবোৰৰ পাততো প্ৰকাশ হৈছিল। ভাৰতীয় জনগণ ইংৰাজ শাসনৰ দ্বাৰা এনেদৰে শোষিত আৰু নিৰ্য্যাতিত হৈ উঠিছিল যে ৰুচ-বিপ্লৱৰ প্ৰতিটো পদক্ষেপেই তেওঁলোকক উৎফুল্ল কৰি তুলিছিল। ১৯০৫ চনৰ ৰুচ-বিপ্লৱৰ সময়ত গান্ধীজী আছিল দক্ষিণ আফ্ৰিকাত। তেতিয়া তেওঁ তাত বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে তুমুল সংগ্ৰাম গঢ়ি তুলিছে। ১৯০৫ চনৰ ৰুচ-বিপ্লৱৰ বাতৰি শুনাৰ লগে লগে তেওঁ 'ইণ্ডিয়ান অপিনিয়ন' কাকতত বিপ্লৱৰ কথা প্ৰচাৰ কৰিবলৈ লৈছিল। আনকি স্বামী বিবেকানন্দই তাৰো আগতে ৰুচিয়াত গঢ় লৈ উঠা মাৰ্ক্সবাদী আন্দোলন সমগ্ৰ বিশ্ব জুৰি বিয়পি পৰিব বুলি ভৱিষ্যৎ বাণী কৰিছিলেও এৰা নাছিল। (এলিক কানাবত: গান্ধীজী আৰু ৰুচিয়াৰ ১৯০৫ চনৰ বিপ্লৱ: এমিটিৰ ৫-৬ সংখ্যাত প্ৰকাশিত, ১৯৬৯)। ১৯০৫ চনৰ পহিলা জানুৱাৰী সংখ্যা গুজৰাটী 'ইণ্ডিয়ান অপিনিয়ন'ত গান্ধীজীয়ে কৈছিল যে জনগণৰ দাৰিদ্ৰ্য আৰু সাম্ৰাজ্যবাদী শাসনৰ নিষ্পেষণৰ ক্ষেত্ৰত ভাৰত আৰু ৰুচিয়াৰ সাদৃশ্য অবিকল। আনকি গান্ধীজীয়ে ইয়োলৈকে কৈছিল—"যদিহে ৰুচবাসী কৃতকাৰ্য্য হয়,

তেনেহলে ৰুচ-বিপ্লৱ বৰ্তমান শতিকাৰ সৰ্বশ্ৰেষ্ঠ ঘটনা আৰু সৰ্ব-শ্ৰেষ্ঠ বিজয়ৰূপে পৰিগণিত হ'ব।”

সাম্ৰাজ্যবাদী ইংৰাজশাসনে কিন্তু কুখ্যাত চেন্সৰ আইনৰ সহায়ত ভাৰতত ৰুচ-বিপ্লৱ বিষয়ক কথা প্ৰচাৰ নিষিদ্ধ কৰিছিল, ৰুচিয়াৰ লগত যাতে কোনো প্ৰকাৰৰ সম্পৰ্কই গঢ়ি উঠিব নোৱাৰে তাৰ কাৰণেও আৱশ্যকীয় সকলো ব্যৱস্থা গ্ৰহণ কৰিছিল। কিন্তু ইংৰাজৰ শোষণ নিষ্পেষণে একাংশ সচেতন ভাৰতবাসীক এনেদৰে বিক্ষুব্ধ কৰি তুলিছিল যে হাজাৰ বাধাকো নেওচি তেওঁলোকে ৰুচিয়াৰ লগত সম্পৰ্ক ৰক্ষা কৰিছিল, নানা কৌশলেৰে ৰুচ-বিপ্লৱবিষয়ক শুদ্ধ তথ্য সংগ্ৰহ কৰি জনগণৰ মাজত প্ৰচাৰ কৰিবলৈও যত্নপৰ হৈছিল। অসমীয়া লেখক, সাহিত্যিক আৰু সাংবাদিকসকলো এই ক্ষেত্ৰত পিছপৰি থকা নাছিল।

১৯১৭ চনৰ ফেব্ৰুৱাৰীত ৰুচিয়াত গণতান্ত্ৰিক বিপ্লৱ সফল হয়, জাৰতন্ত্ৰ উচ্ছেদ হয় আৰু সংসদী গণতন্ত্ৰ প্ৰতিষ্ঠা হয়। এই সত্য ১৯১৭ চনৰ জুনৰ সংখ্যা 'আসাম বান্ধৱ'ত প্ৰকাশ কৰিছে 'ৰুচ-ৰাজ্য' বোলা আলোচনাত তেতিয়াৰ গুৱাহাটীৰ কাৰ্জন হল লাইব্ৰেৰীৰ গ্ৰন্থাগাৰিক গোপাল কৃষ্ণ দে ই। তেওঁ আলোচনাৰ এঠাইত লেখিছে “আজি অলপতে যি ঘটনা ঘটিল, এই বিংশ শতিকাত আজিলৈকে এনে ঘটনা আৰু হোৱা নাই। পৃথিৱীৰ ইতিহাসত এই বিষয় যুগমীয়া হৈ ৰ'ব। ওঠৰ শতিকাৰ পৰা আজিলৈকে যি প্ৰজাশক্তিৰ অভ্যুত্থানৰ নিমিত্তে ইউৰোপত নানা প্ৰকাৰ চেষ্টা চলিছে, যাৰ প্ৰভাৱত সিদিনাখন মাথোন, ঘোৰ টোপনিত পৰি থকা কানীয়া বুলি জগত ঘৃণিত চীন দেশেও গা জোকাৰি উঠিছে, সেই প্ৰজাশক্তিক অকল ৰুচিয়াৰ সম্ৰাটেহে ইতিকিং কৰি ইমান দিনে নিজৰ প্ৰাধান্য অটুট ৰাখিব পাৰিছিল। কিন্তু কালৰ প্ৰভাৱৰ হাত সম্ৰাটেও এৰাব নোৱাৰে। আজি তাৰেই প্ৰমাণ স্বৰূপে দেখিবলৈ পাওঁ যে, যি বৃহৎ ৰুচৰাজ্যই দুখন মহাদেশৰ আধাধিনি ব্যাপি ৰুচ

সম্ৰাটৰ মহিমা ঘোষণা কৰিছিল, যি জনক ঈশ্বৰৰ প্ৰতিনিধি ভাবি কোটি কোটি প্ৰজাই মূৰ দোৱাইছিল; আজি সেই জগত বন্দ্য ৰুচিয়াৰ একছত্ৰ সম্ৰাট জাৰ নিকোলাচ সিংহাসনভ্ৰষ্ট আৰু বন্দী।" (আসাম বান্ধৱ : ৮ম বছৰ, ৪ৰ্থ সংখ্যা)।

উল্লিখিত আলোচনাটোৰ উধৃতাংশ যথেষ্ট তাৎপৰ্য্যপূৰ্ণ আৰু ইয়ে তেতিয়াৰ মুক্তিকামী ভাৰতীয় মানুহৰ সংগ্ৰামী অভিলাষৰো পৰিচয় দিয়ে। জাৰতন্ত্ৰৰ অধীন ৰুচিয়াৰ দৰে ইংৰাজৰ অধীন ভাৰতবৰ্ষ তথা অসমো আছিল নিৰক্ষৰ, নিৰন্ন আৰু নিৰ্বস্ত্ৰ। তেতিয়া জনগণক কানীয়া, ভঙুৱা বা মদাহী বুলিহে উপহাস কৰা হৈছিল। কিন্তু সচেতন ভাবে সংগঠিত হোৱা হেতুকে ৰুচিয়াৰ কানীয়া, ভঙুৱা, মদাহী জনগণে 'জগত বন্দ্য' আৰু 'ঈশ্বৰৰ প্ৰতিনিধি' সম্ৰাট জাৰৰ শাসনৰ অবসান ঘটাবলৈ সমৰ্থ হ'ল। আনকি ৰুচিয়াৰ অনুকৰণত কানীয়া বুলি জগত ঘৃণিত চীন দেশেও গা জোকাৰি উঠিছে।" লেখকৰ স্পষ্ট ধাৰণা যে এনে ক্ষেত্ৰত অসম তথা ভাৰতৰ জনগণ সাম্ৰাজ্যবাদী ইংৰাজৰ বিৰুদ্ধে সংগঠিত ভাবে থিয় নিদিবই বা কিয়। অৱশ্যে প্ৰেছ আইন বা চেন্সৰৰ পৰা ৰক্ষা পোৱাৰ কাৰণে আলোচনাটোৰ ক'তো স্পষ্টভাবে এই কথা উল্লেখো কৰা নাই, কিন্তু তাৰ মাজেদি যে ভাৱে ভাৱ ব্যক্তিত হৈছে, তাক সহজেই উপলব্ধি কৰিব পাৰি। ইয়ে প্ৰমাণ কৰে, ৰুচ-বিপ্লৱৰ প্ৰতি ভাৰতীয়সকল কেনেদৰে আকৃষ্ট হৈছিল।

সফল অক্টোবৰ বিপ্লৱৰ পিছতেই কোনে কি লেখিছিল উদ্ধাৰ কৰিব পৰা নাই। কিন্তু ১৯২২ চনৰ ১৩শ বছৰৰ ১২শ সংখ্যা 'বাঁহী'ত স্বয়ং লক্ষ্মীনাথ বেজবৰুৱাই লেখিছিল, "আজিকালি বৈশ্যৰ অৰ্থাৎ বেপেৰীবা বেপেৰুৱাৰ সাম্ৰাজ্য। ইয়াৰ পিছতে শূদ্ৰৰ সাম্ৰাজ্য আহিবই লাগিব। সেই সাম্ৰাজ্যৰ পৰেকণ দিছেই। ইউ-ৰোপত Labour অৰ্থাৎ শূদ্ৰ সবল হৈ আহিছে। আৰু ই নিশ্চয় যে এই শূদ্ৰৰাজ্য Sooner or later সংস্থাপিত হ'ব নিৰপেক্ষ

ঈশ্বৰৰ অভিপ্ৰায় সংসিদ্ধ কৰিব লাগিব।"

বেজবৰুৱাৰ এইখিনি কথাও অত্যন্ত তাৎপৰ্য্যপূৰ্ণ। তেওঁ "যেহে-স্কুৱা-বেপেকহাৰ সাম্ৰাজ্য" বুলি প্ৰকৃততে পুঁজিবাদ আৰু পুঁজি-বাদৰ সৰ্বোচ্চ ৰূপ সাম্ৰাজ্যবাদৰ কথাকে কৈছে। তেওঁ "শূদ্ৰৰ সাম্ৰাজ্য" বুলি শ্ৰমিকৰ শাসন সমাজতন্ত্ৰৰ কথা কৈছে। "সেই সাম্ৰাজ্যৰ পূৰ্বলক্ষণ দিছেই" বুলি তেওঁ সমাজতান্ত্ৰিক অক্টোবৰ বিপ্লৱৰ সফলতাৰ কথা কৈছে আৰু "শূদ্ৰৰাজ্য সংস্থাপিত হ'বই" বুলি কৈ বিশ্বজুৰি সমাজতান্ত্ৰিক বিপ্লৱ সংঘটিত হ'ব বুলিও স্বীকাৰ কৰিছে। অসম-ভাৰতৰ বুদ্ধিজীৱী সকলৰ চিত্তত ঐতিহাসিক অক্টোবৰ বিপ্লৱে কি দৰে খৌকি-বাখৌৰ সৃষ্টি কৰিছিল তাক ইয়াৰ পৰা সহজে অনুভৱ কৰিব পাৰি।

চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাগিৰি ৰায় চৌধুৰীয়ে যুটীয়াভাবে সম্পাদনা কৰা 'চেতনা', ডাঃ দীননাথ শৰ্মাই সম্পাদনা কৰা 'আৱা-হন' আৰু অমিয় কুমাৰ দাসে সম্পাদনা কৰা 'ৰ'ঙা'য়েও পৰি-কল্পিত ভাবে অক্টোবৰ বিপ্লৱ, বিপ্লৱৰ সুফল, বিপ্লৱৰ নায়ক আৰু বিপ্লৱোত্তৰ ছোভিয়েট দেশৰ বিষয়ে নানা লেখা প্ৰকাশ কৰি অসমত জনগণৰ মুক্তিৰ অনুকূলে সংগ্ৰামী পৰিবেশ গঢ়ি তুলিছিল। ভাৰতৰ মুক্তি-সংগ্ৰাম ইয়ে ক্ৰমে শক্তিশালী ৰূপে গঢ়ি তোলাত প্ৰবল প্ৰেৰণা যোগাইছিল। ইবোৰ আজি ঐতিহাসিক সত্য আৰু অনু-সন্ধিৎসু মানেই ইবোৰৰ সবিশেষ জানে।

এনে বৈপ্লৱিক পৰিবেশৰ মাজেদিয়ে বিষ্ণুৰাভাৰ শৈশৱ, কৈশোৰ আৰু যৌৱনকাল অতিবাহিত হৈছিল। এই বৈপ্লৱিক পৰিবেশে আন বহুতৰ লগতে বিষ্ণুৰাভাকো অনুপ্ৰাণিত কৰিছিল। কিন্তু ইংৰাজৰ অধীন ভাৰতবৰ্ষত সুসংগঠিত ভাবে বিপ্লৱ গঢ়ি তোলা আছিল অতি কষ্টসাধ্য। ভাৰতৰ মাটিত কমিউনিষ্ট আন্দোলন গঢ়ি তুলিব দূৰতে থাওক, কমিউনিষ্ট সংগঠন গঢ়ি তোলাও আছিল সেই সময়ত প্ৰায় দুঃসাধ্য-ই কাৰণ সাম্ৰাজ্যবাদী ইংৰাজ চৰকাৰে কমিউনিষ্টৰ কাম-

কাৰ্জক বুলিছিল ষড়যন্ত্ৰ। কলিকতা, বোম্বাই, মাদ্ৰাজ, কাণপুৰ, এলাহাবাদ, লাহোৰ ( বৰ্ত্তমান পাকিস্থানত )ত গোপনে গোপনে কমিউনিষ্ট সংগঠন গঢ়ি উঠিছিল বুলি ভাৰতৰ কমিউনিষ্ট পাৰ্টি বিষয়ক ইতিহাসৰ পৰা জনা যায়। প্ৰকাশ্য ভাবে সংগঠন কেবা বছৰলৈ গঢ়ি তুলিব পৰা নাছিল। প্ৰকৃততে দ্বিতীয় মহাসমৰৰ কালত হে ভাৰতৰ কমিউনিষ্ট পাৰ্টি প্ৰকাশ্যে সংগঠনৰ কামত লিপ্ত হয়। অসমত ১৯৪৫ চনৰ আগলৈকে ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ সংগঠন নাছিল বুলিবই পাৰি। দেশত্যাগী ভাৰতীয় বিপ্লৱী সকলে মানবেন্দ্ৰ নাথ ৰায়ৰ নেতৃত্বত কিন্তু ১৯২০ চনৰ ১৭ অক্টোবৰৰ দিনাই ছোভিয়েট দেশৰ উজবেকিস্থান প্ৰজাতন্ত্ৰৰ ৰাজধানী 'তাছকন্দ' নগৰত ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ ভেটি প্ৰতিষ্ঠা কৰে। মানবেন্দ্ৰ নাথ ৰায়ৰ নেতৃত্বতে নানা উপায়ে ভাৰতত কমিউনিষ্ট আদৰ্শ প্ৰচাৰ আৰু সংগঠনৰ চেষ্টা চলে। ১৯২১ চনৰ পৰা ১৯২৮ চনলৈ ভিন ভিন ঠাইত গোপনে গোপনে কমিউনিষ্ট সংগঠন গঢ় লৈ উঠেও। কিন্তু সাম্ৰাজ্যবাদী ইংৰাজ চৰকাৰৰ চোৰাংচোৰা আৰু পুলিচ বাহিনীয়ে সততে 'কমিউনিষ্ট ভূত' খেদি ফুৰা কাৰণে তেতিয়াৰ দলিল পত্ৰ আদি প্ৰায়েই ধ্বংস বা বিলোপ হোৱাত ভাৰতৰ বুকুত কমিউনিষ্ট পাৰ্টি কেতিয়া সৰ্বভাৰতীয় ৰূপত সংগঠিত হ'ল তাক সঠিক কৈ জনা প্ৰায় অসম্ভৱ হৈছে। কিন্তু ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অন্যতম সংগঠক নেতা মুজফ্‌ফৰ আহ্‌মদৰ ৰচনাৰ পৰা জনা যায় যে ১৯২৫ চনৰ ডিচেম্বৰ মাহত কাণপুৰত বহা সম্মিলন ভাৰতৰ কমিউনিষ্ট পাৰ্টি প্ৰতিষ্ঠাৰ প্ৰকৃত সময় নহয় ( আমাৰ জীবন ও ভাৰতেৰ কমিউনিষ্ট পাৰ্টি ঃ পৃষ্ঠা, ৪৯ )। তেওঁৰ মতে ১৯২৮ চনৰ ডিচেম্বৰৰ ২১ৰ পৰা ২৪ তাৰিখলৈ কলিকতাত বহা কৃষক-শ্ৰমিকৰ সম্মিলন হে ভাৰতত কমিউনিষ্ট পাৰ্টি প্ৰতিষ্ঠাৰ প্ৰকৃত সময়। অনুসন্ধিৎসু মাত্ৰেই জানে যে ১৯৪১ চনলৈ ভাৰতত কমিউনিষ্ট পাৰ্টি আছিল নিষিদ্ধ আৰু ১৯৪৪ চনলৈ কমিউনিষ্ট পাৰ্টিয়ে জাতীয় কংগ্ৰেছৰ পতাকাৰ তলত থাকিয়ে কাম-কাজ আৰু সংগঠন গঢ়ি

তোলাতেই পদে পদে বাধাৰ সমূখীন হৈছিল বা নিষ্ঠুৰ নিৰ্য্যাতন ভুগিব লগাত পৰিছিল তেনে নহয়, কমিউনিষ্ট ভাবাদৰ্শসম্পন্ন লোকসকলৰ জীৱনৰ থানথিতো নোহোৱা হৈছিল। জাতীয় কংগ্ৰেছেও বাহিৰৰ আগত নিৰ্দিষ্ট আদৰ্শ দাঙি ধৰাত ব্যৰ্থ হৈছিল, ১৯২৯ চনলৈ পূৰ্ণস্বাধীনতাৰ দাবীকেই উত্থাপন কৰিবলৈ সাহস গোটাব পৰা নাছিল। আনকি ১৯৪২ চনৰ আগষ্ট মাহত গ্ৰহণ কৰা কংগ্ৰেছৰ 'ভাৰত ত্যাগ' প্ৰস্তাৱ আছিল আকস্মিকতাহে, সাম্ৰাজ্যবাদী শোষক ইংৰাজ প্ৰশাসনৰ লগত শঠামিতিবাজিৰ ভাব জাতীয় কংগ্ৰেছে কোনো দিনেই পৰিহাৰ কৰা নাছিল।

১ম মহাসমৰৰ সময়ত ভাৰতে ইংৰাজক সহায় কৰিলে ইটো কৰিব সিটো কৰিবলৈ ভাৰতক বহু প্ৰতিশ্ৰুতি দিছিল। কিন্তু যুদ্ধত বিজয়ীৰ সন্মান পোৱা সত্বেও এটাও প্ৰতিশ্ৰুতি ৰক্ষা কৰা নাছিল। অনুসন্ধিৎসু ভাৰতীয় মাত্ৰেই কিন্তু দেখিছিল যে ৰুচিয়াত লেনিনৰ নেতৃত্বাধীন বলশ্বেভিক দলে বিপ্লৱৰ আগতে দিয়া প্ৰতিটো প্ৰতিশ্ৰুতি আখৰে আখৰে আৰু সফল বিপ্লৱৰ লগে লগেই পালন কৰিছিল। যুদ্ধৰ অন্তত দেখা দিয়া মন্দা বজাৰৰ ফলস্বৰূপে ভাৰতবাসী যেতিয়া নিবনুৱা আৰু দাৰিদ্ৰ্যৰ দ্বাৰা চূড়ান্ত ভাবে নিৰ্য্যাতিত, সেই সময়ত ষ্টেলিনৰ নেতৃত্বাধীন ছোভিয়েট দেশে চূড়ান্ত বিকাশৰ পথত আগবাঢ়িছে, নিৰক্ষৰতা, নিবনুৱা আৰু দাৰিদ্ৰ্য সম্পূৰ্ণৰূপে বিলোপ কৰিবলৈ হৈছে সমৰ্থ। তদুপৰি পৃথিৱীৰ ভিতৰত একমাত্ৰ সমাজতান্ত্ৰিক দেশ ছোভিয়েট ৰুচিয়াই শান্তিপূৰ্ণ সহ অৱস্থানৰ বৈদেশিক নীতি প্ৰয়োগেৰেও বিশ্বৰ বুকুত নতুন আশাৰ সঞ্চাৰ কৰিবলৈ হৈছিল সমৰ্থ।

জাতীয় আৰু আন্তৰ্জাতীয় পৰিৱেশ-পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত ভাৰতীয় জনগণ আশা-নিৰাশাৰ দোমোজাত পৰা স্বাভাৱিক। বিষ্ণুৰাভাও ইয়াৰ পৰা মুক্ত থাকিব পৰা নাছিল। তেওঁ বিশ আৰু ত্ৰিশৰ দশকত সুনিৰ্দিষ্ট ভাবে আৰু দৃঢ়তাৰে একোফেৰেই হাত দিব

পৰা নাই। তেওঁ কলিকতাৰ কলেজত থাকোঁতে সন্ত্ৰাসবাদী সকলৰ লগত সম্পৰ্ক ৰখা কাৰণে কলিকতা এৰি কোচবেহাৰৰ কলেজলৈ আহিবলৈ বাধ্য হ'ল। তেওঁৰ মন উগুল-থুগুল, তাতো শোষণ বিৰোধী মুক্তি আন্দোলনত যোগ দিয়া কাৰণে কোঁচবেহাৰ এৰি ৰংপুৰ কলেজত গৈ যোগ দিবলৈ বাধ্য হ'ল আৰু এনে আপাহতে ৰংপুৰো এৰিব লগাত পৰে। কলিকতালৈ গৈ 'আৰ্গো পিকছাৰ্চ কৰ্পোৰেশ্যন সংগঠন কৰিলে। তাতো বিফল হৈ জীৱিকাৰ সন্ধানত ঘূৰিলে— চৰকাৰে প্ৰায় যাচি দিয়া ডি-এচ-পি পদ মুক্তিকামী ৰাভাই ত্যাগ কৰিলে। সত্ৰীয়া সংস্কৃতিৰ সাধনাত আহি কিছুকালৰ কাৰণে বৰপেটাত থিতাপি ললে আৰু পিছত জীৱিকাৰ তাড়নাত গুৱাহাটী-বৰপেটাত ব্যৱসায় কৰিবলৈও ললে। এই মানসিক সংঘাতৰ কালতে তেওঁ জ্যোতিপ্ৰসাদৰ সৈতে জয়মতী কথাছবি নিৰ্মাণ কৰে, অসমীয়া সংস্কৃতিৰ বিকাশৰ অৰ্থে 'জয়মতী'ৰ উপৰি 'শোণিত কুঁৱৰী', 'জন্মাষ্টমী', 'বিহুৱতী' আদি পালা গ্ৰামোফোন ৰেকৰ্ড কৰায়। পৰিবেশৰ তাড়নাতেই প্ৰথমা পত্নী প্ৰিয়লতাৰ অকাল বিয়োগৰ বেদনাত আতুৰ হৈ প্ৰায় পৰিব্ৰাজকৰ ৰূপত অসমৰ পৰ্বতে-কন্দৰে, গাৱেঁ-ভূঁয়ে ঘূৰি ঘূৰি অসমৰ ৰাইজ আৰু সংস্কৃতিৰ আত্মাৰ লগত একাত্মতা স্থাপন কৰে। প্ৰথম মহাসমৰৰ অন্তত ১৯৪৫ চনত বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দি সক্ৰিয় ভূমিকা বহন নকৰালৈকে প্ৰকৃততে বিষ্ণুৰাভা আছিল আদৰ্শ আৰু কাৰ্য্যৰ ক্ষেত্ৰত চঞ্চল আৰু অস্থিৰ। গতিকে এই কালছোৱাৰ মাজত ৰূপ দিয়া তেওঁৰ সাহিত্য বা কলা-কৃতিও স্বাভাৱিকতে নিৰ্দিষ্ট আদৰ্শৰ বাৰ্তাবাহক নোহোৱাই স্বাভাৱিক। কিন্তু সেই বুলি কোনেও ক'ব নোৱাৰে যে এই কালছোৱাত তেওঁ কমিউনিষ্ট আদৰ্শৰ প্ৰতি আকৃষ্ট হোৱা নাছিল বা কমিউনিষ্ট ভাবাদৰ্শেৰে অনুপ্ৰাণিত হৈ একো সৃষ্টি কৰা নাছিল। ২য় বছৰ, ১১শ সংখ্যা, 'আৱাহন'ত প্ৰকাশিত 'বৰ অসম' বোলা নিবন্ধটোৱেই ইয়াৰ প্ৰমাণ। ইয়াত তেওঁ ঠিক লেনিন প্ৰদৰ্শিত পথেৰে অসমৰ ভাষা আৰু জাতিসমস্যা সমাধানৰ স্পষ্ট আদৰ্শ দাঙি ধৰিছে।

সমন্বয়ৰ মাজেদিয়ে অসমীয়া জাতি আৰু ভাৰতীয় মহাজাতি যে গঢ় লৈ উঠিছে তাক তেওঁ নিজেও মৰ্মে মৰ্মে অনুভৱ কৰিছিল আৰু আনৰ মাজতো কথা, কাম আৰু লেখাৰ মাজেদি প্ৰচাৰ কৰিছিল। জাতীয় সমন্বয় সাধনত মধ্যযুগতে অপূৰ্ব অৰিহণা যোগাইছিল কাৰণে মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰতি আছিল তেওঁৰ গভীৰ শ্ৰদ্ধা। শঙ্কৰদেৱৰ জীৱন আৰু প্ৰতিভা বিশ্লেষণৰ ক্ষেত্ৰত আনকি স্থান, কালৰ প্ৰভেদ পাহৰি আত্মহাৰা হৈ প্ৰায় মধ্যযুগীয়া মনোবৃত্তিৰে অনৰ্গল স্তৱগান দিওঁতেও পৰম আনন্দ অনুভৱ কৰিছিল। সমন্বয়ৰ মাজেদি জাতীয় আৰু আন্তৰ্জাতীয় মধুৰ সম্পৰ্ক গঢ়ি তোলাৰ আগ্ৰহ কমিউনিষ্ট মানুহে চাৰিত্ৰিক বৈশিষ্ট্য।

প্ৰকৃত মাৰ্ক্সবাদীয়ে লোক-জীৱনক গভীৰ ভাবে শ্ৰদ্ধা কৰে। মাৰ্ক্সবাদী লোক-জীৱনৰ ভাব, ভাষা, চিন্তা, অনুভূতিৰ প্ৰতিও শ্ৰদ্ধাশীল; লোক-জীৱনৰ পৰম্পৰাগত ধ্যান, ধাৰণা বা বিশ্বাসৰ ওপৰত কদাপিও আঘাত নাহানে। অৱশ্যে বিজ্ঞান-সম্মত শিক্ষাদানেৰে লোক-জীৱনক যুক্তিবাদী ৰূপে গঢ়ি তুলি মানসিক উত্তৰণ সাধিবলৈ অহোপুৰুষাৰ্থ কৰে। ৰাভাই এই ৰীতি পালন কৰিছিল, বিশেষকৈ শংকৰদেৱ বিষয়ক আলোচনা প্ৰসঙ্গত। লোক-জীৱনৰ মাজত শংকৰদেৱৰ অতুল প্ৰভাৱৰ কথা তেওঁ জানিছিল। আৰু লোক-জীৱনে যে তেওঁক অৱতাৰী পুৰুষ ৰূপেও মানে এই কথালৈও লক্ষ্য ৰাখিছিল। সেই কাৰণেই তেওঁ মধ্যযুগীয়া চৰিতকাৰ সকলৰ দৰেই শংকৰদেৱৰ চৰিত লোক-জীৱনৰ আগত দাঙি ধৰিছিল, কিন্তু শংকৰদেৱৰ কথা, কাম আৰু কৃতিৰ মাজেদি যি সমন্বয় আৰু সমতাৰ ভাৱ প্ৰকাশ পাইছিল, তাৰ প্ৰতিহে লোক-জীৱনক আকৃষ্ট কৰাত তেওঁ গুৰুত্ব আৰোপ কৰিছিল।

এই ক্ষেত্ৰতো ৰাভাই প্ৰকৃত কমিউনিষ্টৰ পৰিচয় দিছিল বুলিয়ে ক'ব পাৰি। প্ৰকৃত কমিউনিষ্ট হ'ব পাৰিছিল কাৰণেই তেওঁ সকলো প্ৰকাৰৰ সংকীৰ্ণতা বা বিচ্ছিন্নতাবোধৰ পৰাও মুক্ত থাকিব

পাৰিছিল। তেওঁ অন্যান্য পেটি বুৰ্জোৱা মনোবৃত্তি সম্পন্ন ৰাজনৈতিক, লেখক, সাহিত্যিক বা কলাকাৰৰ দৰে মুখত লট্‌পট্‌ আৰু ভিতৰি কপট নাছিল, মুখে-পেটে আছিল সমান। সেই কাৰণেই তেওঁ অসমীয়াত লেখা গীত-মাত আদিৰ দৰে বড়ো ভাষাত লেখা গীত-মাত আদিতো সমাজতান্ত্ৰিক বাস্তববাদৰ আদৰ্শকে ৰূপায়িত কৰিছিল।

ৰাভাৰ সম্পূৰ্ণ ৰচনাৱলী প্ৰকাশ হ'বলৈ এতিয়াও বাকী। সম্পূৰ্ণ ৰচনাৱলী প্ৰকাশ হ'লে অনুসন্ধিৎসু মাত্ৰেই ৰাভাৰ স্বৰূপ আৰু স্পষ্ট আৰু সুন্দৰ ৰূপত দেখিবলৈও সমৰ্থ হ'ব। আৰু সিদিনা দেখিব যে বিষ্ণুৰাভা সমাজতান্ত্ৰিক বিপ্লৱী ভিন্ন একো নাছিল আৰু তেওঁৰ ৰচনাৱলীৰো মূল আদৰ্শ সমাজতান্ত্ৰিক বাস্তৱবাদ হে। প্ৰকৃততে তেওঁৰ ৰচনা মাত্ৰেই সমাজতান্ত্ৰিক বিপ্লৱৰ আদৰ্শ প্ৰচাৰৰ ওখ স্তৰৰ বাহন হে। ১৯৬৭ চনৰ নিৰ্বাচনত নিৰ্দলীয় প্ৰাৰ্থী ৰূপে প্ৰতিদ্বন্দ্বিতা তেওঁৰ দলৰ ৰাজনৈতিক কৌশল ভিন্ন আন একোৱেই নাছিল।

নীচাখিকাৰ পূৰ্ণ পয়োভৱে বিকাৰগ্ৰস্ত কৰি তুলিছে। চিন্তাৰ অন্তৰ্জগতত প্ৰবেশ কৰাৰ প্ৰবণতাৰ পৰিবৰ্তে দেখা গৈছে বৌদ্ধিক চাতুৰীৰ নগ্ন হেতাওপৰা। যুক্তি আৰু তথ্যৰ সঠিক বিশ্লেষণৰ পৰিবৰ্তে দেখা গৈছে কেৱল আবেগৰ দ্বাৰা নিয়ন্ত্ৰিত কল্পনাশ্ৰয়ী প্ৰচাৰ আৰু বাস্তৱিকতাৰ অপব্যাখ্যা।

কিন্তু কিয় এনে হ'বলৈ পাইছে? আমাৰ বোধেৰে এটি বৈজ্ঞানিক দৃষ্টিভংগীৰ অভাৱেই এই বৌদ্ধিক স্খলনৰ মূল উৎস। চিন্তাচৰ্চাৰ ৰ'দ কাচলিত আমাৰ বুদ্ধিজীৱীসকলক আজিও বৈজ্ঞানিক দৃষ্টিভংগীয়ে আলোকিত কৰিব পৰা নাই। বুদ্ধিজীৱীসকলৰ মাজত যুক্তি আৰু তথ্যৰ প্ৰতি অনুৰাগৰ পৰিবৰ্তে মূৰ্ত হৈছে কেৱল দাম্ভিকতাৰ পূৰ্ণ প্ৰকাশ। কেতিয়াবা তেওঁলোকৰ আলোচনা বা কোনো মূল্যায়ন হৈছে কেৱল যুক্তিসৰ্বস্ব। তথ্যই তাত লৈছে মাথো পুতৌজনক অৱস্থিতি। আৰু কেতিয়াবা হৈ পৰিছে সি তথ্য সৰ্বস্ব—এটি যুক্তিসংগত বিশ্লেষণৰ অভাৱে আলোচনা বা মূল্যায়নটোক কৰিছে কোঙা। objectivity ক তাত কোনো মূল্যই দিয়া হোৱা নাই। এনেদৰেই এটা বিজ্ঞানসম্মত নিৰ্মোহ সিদ্ধান্ত ওলাই অহা সম্ভৱনে? বিষয়বস্তুৰ বস্তুধৰ্মিতাক উলাই কৰি আমি কেতিয়াও এটি বৈজ্ঞানিক দৃষ্টিভংগীক আত্মসাৎ কৰিব নোৱাৰো। ইয়াৰ অভাৱত আলোচনা হৈ পৰে পক্ষপাতিত্বমূলক কিম্বা কল্পনাশ্ৰয়ী প্ৰচাৰ অথবা পূৰ্বনিৰ্দিষ্ট সিদ্ধান্তৰ দোষেৰে দুষ্ট। আন কথাত সি হৈ পৰে লিখক বা আলোচকৰ ব্যক্তিগত খেয়ালখুচিৰ উদ্দেশ্য প্ৰণোদিত প্ৰচাৰ।

'বিষ্ণুৰাভা' সম্পৰ্কত 'প্ৰকাশ'ৰ আবিষ্কাৰো এই অবক্ষয়ী চিন্তাৰেই এক স্বাভাৱিক প্ৰকাশ মাত্ৰ। সন্দেহ নাই, এয়া বৰ্জোৱাসকলৰ বৌদ্ধিকতাৰেই এক পৰোক্ষ বা প্ৰত্যক্ষ প্ৰকাশ। 'দৃষ্টিকোণ'ত সম্পাদক চন্দ্ৰপ্ৰসাদ শইকীয়াই বামপন্থীসকলক কল্পনাশ্ৰয়ী বুলি অভিযোগ তুলি নিজে চূড়ান্তভাৱে কল্পনাৰ সাগৰত সাতুৰি নাদুৰি ভাৱাক্ৰান্ত

হৈছে। ৰাভাৰ ৰচনাৱলী সম্পৰ্কত শইকীয়াৰ মন্তব্যও স্কুলীয়া ছাত্ৰৰ পৰ্য্যায়ৰ। ৰচনাৱলীৰ পূৰ্ণ পাঠ তেওঁ কৰা নাই অথবা পাঠ কৰিছে যদিও স্কুলীয়া ছাত্ৰৰ ৰচনা পাঠৰ উৰ্দ্ধলৈ উঠি তাক নিজৰ বিশ্লেষণ ক্ষমতাৰ আয়ত্তলৈ আনিব পৰা নাই। শইকীয়া ভাওৰীয়াৰ সম্পাদকীয়ত সেয়ে তথ্য বিবৰ্জিত যুক্তিৰ পুতৌজনক অৱস্থিতি দৃষ্টি-কটু আৰু হাস্যকৰ।

শইকীয়া ভাওৰীয়াই 'প্ৰকাশ'ৰ পাঠকসকলক বুজনি দিব খুজিছে যে ৰাভাৰ ৰাজনীতিত যোগদান যেনিবা এটা আকস্মিক ঘটনাহে কিম্বা কাকতালীয় সংযোগ মাত্ৰ। ৰাভাই যে দিহিঙে দিপাঙে ৰাইজৰ মাজত ঘূৰি ফুৰিছিল, সেয়া প্ৰকৃততে শংকৰদেৱৰ প্ৰতি থকা তেওঁৰ গভীৰ শ্ৰদ্ধাৰ এক ফলশ্ৰুতিহে। চমৎকাৰ শইকীয়া ভাওৰীয়াৰ বৌদ্ধিক চাতুৰী!! ৰাজনীতি বিষ্ণুপ্ৰসাদৰ জীৱনত হঠাতে আহি পৰা পৰীয়া তৰা নাছিল। ছাত্ৰ অৱস্থাতে তেওঁৰ বিদ্ৰোহী সত্তাত ৰাজনীতিৰ বীজ ৰোপিত হৈছিল। ৰাভাৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগদান তেওঁৰ সংগ্ৰামী শিল্পী মনৰ এক স্বাভাৱিক পৰিণতি। পাৰ্টিৰ লগত তেওঁৰ সংযোগ স্বাধীনতাৰ পিচত বুলি চন্দ্ৰপ্ৰসাদে ভ্ৰান্ত ধাৰণা দিব খুজিছে। পাৰ্টিৰ লগত তেওঁ সংযোগ স্থাপন কৰে ১৯৪৫ চনৰ পৰাই। ১৯৪৬ চনত জুন মাহত "বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ প্ৰথম প্ৰাদেশিক সন্মিলন বহিছিল গোৱালপাৰা টাউনত। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ তেতিয়াৰ সৰ্ব্বৰহী নেতা সৌমেন্দ্ৰ নাথ ঠাকুৰ আৰু বিষ্ণুৰাভাই যথাক্ৰমে ৰাজনৈতিক আৰু কৃষ্টিশাখাৰ সভাপতিত্ব কৰিছিল। ইয়াৰ পিচত ভাওৰীপাৰাৰ কৃষক পঞ্চায়তৰ এক বিৰাট সমাৱেশত বিষ্ণুৰাভা হেজাৰ হেজাৰ কৃষকৰ সন্মুখত উপস্থিত হয়।[১২]

১২. বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ অসম শাখাৰ নেতা শ্ৰীৰাজেশ্বৰ শইকীয়াই 'ৰাভাৰ ৰাজনৈতিক আচৰণ' শীৰ্ষক 'সৈনিকশিল্পী বিষ্ণুৰাভা' প্ৰবন্ধত এই তথ্য দাঙি ধৰিছে।

এনেদৰেই বিষ্ণুপ্ৰসাদ ক্ৰমে শোষিত জনসাধাৰণৰ হৃদয়ত প্ৰবেশ কৰে। বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগদান কৰাটোক শংকৰদেৱৰ অৱদান বা অনুপ্ৰেৰণা বুলি কব খোজাটো বিবেকহীনলোকৰ প্ৰয়াস মাত্ৰ। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ এজন সক্ৰিয় কৰ্মী হিচাবে পাৰ্টিৰ নিৰ্দেশ মানিহে তেওঁ অসমৰ প্ৰান্তে প্ৰান্তে আত্মগোপন কৰি ফুৰিব লগা হৈছিল।১৩ পাৰ্টিৰ শৃংখলা ৰক্ষাত তেওঁ গুৰুত্ব আৰোপ কৰিছিল।১৪ পাৰ্টিৰ ৰাজনৈতিক তেওঁ গভীৰ আন্তৰিকতাৰে মানি লৈ জনসাধাৰণৰ মাজত তাৰ প্ৰচাৰ কৰিছিল বিস্তৃতভাৱে। ৰাভাই ব্যক্তিগতভাৱে পাৰ্টিৰ আঁচনি তৈয়াৰ কৰা নাছিল। পাৰ্টিৰ ৰণনীতি কেনেকৈ প্ৰস্তুত কৰা হয় সেই সম্পৰ্কে চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্যক জ্ঞান পুতৌজনক। ৰাভাই সেই সময়ত সাংগাঠনিক দিশতহে বিশিষ্ট ভূমিকা লৈছিল। কবলৈ গ'লে সেই সময়ত বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে উত্তৰ পূৰ্বাঞ্চলত ৰাভাৰ দৰে যেনে বিশাল, সৃষ্টিক্ষম আৰু প্ৰতিভাধৰ ব্যক্তিৰ জন্ম দিব পাৰিছিল আন অঞ্চলত পৰা নাছিল বুলিলেই হয়। ৰাভা য'লৈকে গৈছিল তাতেই পাৰ্টিৰ সংগঠন

১৩. ৰাভাৰ এজন সহযোগীৰ মতে ৰাভাই বঢ়ো সমাজৰ দাৰিদ্ৰ্য আৰু অশিক্ষাৰ কুফলসমূহ বুজাৰৰ কাৰণেহে গোনতে তেওঁলোকক সচেতন কৰাৰ ভূমিকাত অৱতীৰ্ণ হবলৈ গৈ ৰাভাই কমিউনিজমৰ পথ গ্ৰহণ কৰিছিল বুলি শ্ৰীতিলক হাজৰিকাই 'পৰিব্ৰাজক ৰাভা'ত উল্লেখ কৰিছে (সৈ: শি: বি: ৰা: পৃ. ১৫৬)। এই কথা প্ৰতিপন্ন কৰে ৰাভাই মূলত জনজাতীয় অঞ্চলত সাংগঠনিক কামত ঘূৰি ফুৰা দৃষ্টান্তই।

১৪. গোৱালপাৰা জিলাত ৰাভাৰ সমল বিচাৰি ফুৰোতে, বেংতলৰ (বিক্ৰমপুৰ) ৰাভাৰ অজ্ঞাতবাসৰ সহযোগী শ্ৰীভবেন ওৱাৰিয়ে আমাক এই বুলি কৈছে যে পাৰ্টিৰ শৃংখলা ৰক্ষাত ৰাভাই সদায় গুৰুত্ব দিছিল আৰু এই বিষয়ে তেওঁলোকক পৰামৰ্শ দিছিল।

গঢ়ি উঠিছিল।১৫ ৰাভা আছিল পাৰ্টিৰ সংগঠনৰ অতন্দ্ৰ প্ৰহৰী স্বৰূপ। মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ লগত ৰাভাৰ সম্পৰ্ক স্থাপিত হয় সাম্যবাদী দললৈ অহাৰ পিচত। 'মাৰ্ক্সবাদ-লেনিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ আশাত প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত ৰাইজৰ হিয়াৰ আমঠু ৰাইজৰ প্ৰাণৰ লগৰী ৰাই-জৰ লগত মিলিজুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উপলব্ধি কৰাৰ কাৰণে' ৰাভাই নিজকে নিয়োগ কৰিছিল।১৬ পাৰ্টিৰ বৈঠকসমূহত তেওঁ গঞা নিৰক্ষৰ ৰাইজক সাম্যবাদৰ ধাৰণা অতি সহজ সৰল-ভাৱে বুজাই দিছিলে। ইয়াৰ বাবে তেওঁ সততে সহায় লৈছিল অনেক পৌৰাণিক কাহিনী আৰু কৃষ্টি সংস্কৃতিৰ বিশাল ক্ষেত্ৰৰ ঐতিহাসিক ব্যাখ্যাৰ।১৭

---

১৫. শ্ৰীপ্ৰবীন বৈশ্যই লিখিছে, সেই সময়ত পাৰ্টিৰ তত্বগত দিশত হৰেণ কলিতা, হৰিদাস ডেকা, উপেন দাস, তৰুণ সেন ডেকা আদিৰ স্থান আগবঢ়া আছিল যদিও, সাংগঠনিক দিশত খগেন বৰবৰুৱা, ছত্ৰসিং টেৰণ, অনিৰাম বসুমতাৰী, গোবিন্দ কলিতা আৰু নবীন মেধিতকৈও বিষ্ণুপ্ৰসাদ ৰাভাৰ স্থান বোধহয় এখোপ ওপৰত আছিল;—( সৈঃ শিঃ বিঃ ৰাঃ, পৃ. ১১৪ )

১৬. ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ ৰূপালী জয়ন্তী বৰ্ষলৈ দিয়া আশীষবাণীৰ পৰা উদ্ধৃত। ( ৰচনাৱলী, পৃ. ৩০৬ )

১৭. পাৰ্টিৰ বৈঠক থকা শ্ৰীবিপিন দৈমাৰীয়ে আমাক কৈছে ৰাভাই সুন্দৰ সৰল ভাষাৰে কৰ্মীসকলক মাৰ্ক্সবাদ-লেনিনবাদৰ কথা কৈছিল। দোতমাৰ শ্ৰীপ্ৰকাশ বসুমতাৰীয়ে আমাক কৈছে ৰাভাৰ সহজ-সৰল ব্যাখ্যাই মানুহক যথেষ্ট আকৃষ্ট কৰিছিল। ৰাভাই কওঁতে ব্যৱহাৰ কৰা সৰল উপমাই ৰাইজক সংগঠিত কৰাৰো মূলমন্ত্ৰ যেন হৈছিল। তেওঁ সকলো কথা কৈছিল ৰাইজে বুজিব পৰাকৈহে।

বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে জাতীয় কংগ্ৰেছৰ নেতৃত্বাধীনত কেৱল স্বৰাজ বা ইংৰাজ বুৰ্জোৱাৰ হাতৰ পৰা ভাৰতীয় বুৰ্জোৱা শ্ৰেণীৰ হাতলৈ ক্ষমতা হস্তান্তৰ হোৱাটো বিচৰা নাছিল। ইংৰাজ সাম্ৰাজ্য-বাদীৰ ঠাইত প্ৰকৃততে আমাৰ দেশৰ কৃষক-শ্ৰমিকসকলেহে ক্ষমতাৰ গাদী পাব লাগে বুলি বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে জনসাধাৰণলৈ আহ্বান জনাইছিল। বিষ্ণুপ্ৰসাদো এই আহ্বানৰ সক্ৰিয় অংশীদাৰ আছিল।১৮

বিষ্ণুৰাভাই জেলৰ পৰা ওলোৱাৰ পিচত সদলবলে দলৰ পৰা ওলাই ভাৰতীয় কমিউনিষ্ট পাৰ্টিত যোগদান কৰে (ৰাভাৰ নিজৰ ভাষাত এয়া স্বাভাৱিক পথ আছিল)। আৰু মৃত্যুৰ মুহূৰ্তলৈ তেওঁ এই পাৰ্টিৰ সভ্য হৈ থাকে। বিধান সভাৰ সদস্য থকা সময়-হোৱাত তেওঁ মাহিলি এশ টকাকৈ পাৰ্টিৰ পুঁজিলৈ অবিহণা যোগাই পাৰ্টিৰ লগত ঘনিষ্ঠ সংযোগ ৰক্ষা কৰি আছিল। চন্দ্ৰপ্ৰসাদ শইকীয়াই অদ্ভুত তথ্য আবিষ্কাৰ কৰি কৈছে যে ৰাভাই ৰাজনৈতিক দলৰ সীমাবদ্ধতাৰ গণ্ডীৰ পৰা ওলাই আহিছিল !!১৯

(৪)

বিষ্ণুপ্ৰসাদ মাৰ্ক্সবাদী তাত্ত্বিক নাছিল। 'প্ৰকাশ'ৰ সম্পাদক চন্দ্ৰপ্ৰসাদ শইকীয়াৰ মতে যোনিবা, এজন কমিউনিষ্ট হ'বলৈ তেওঁ মাৰ্ক্সবাদী তাত্ত্বিকো হ'ব লাগিব, মাৰ্ক্সবাদৰ ওপৰত বিস্তৃত আলো-চনা কৰিব লাগিব !!! ৰাভাই ডাচকেপিটেল পঢ়াৰ বিষয়ে প্ৰশ্ন

১৮. শ্ৰীবানেশ্বৰ শইকীয়াৰ 'ৰাভাৰ ৰাজনৈতিক আচৰণ'ৰ পৰা। (সৈ: শি: বি: ৰাঃ পৃ-১৬১)

১৯. 'প্ৰকাশ'ত (চেপ্তেম্বৰ, ১৯৮৩) চিঠিৰে শ্ৰীশৰৎ চন্দ্ৰ নেওগে তাৰ প্ৰত্যাহবান জনাই চন্দ্ৰপ্ৰসাদ শইকীয়াক তথ্য দিবলৈ কৈছিল, কিন্তু শইকীয়া ডাঙৰীয়াই তাৰ প্ৰত্যুত্তৰত একো নিদিলে।

তুলি লইকীয়াই বিষ্ণুপ্ৰসাদৰ বিপ্লৱী সত্বাক তুচ্ছ তাচ্ছিল্য কৰিবলৈও অগ্ৰসৰ হৈছে।২০ তেওঁৰ লেখাৰ সমৰ্থনত প্ৰকাশিত চিঠিকেইখনো সম্পাদকীয় নিবন্ধৰ আদব কায়দাৰে নিকৃষ্ট নামান্তৰ মাথো !

বিষ্ণুপ্ৰসাদ আছিল এজন নিভাঁজ কমিউনিষ্ট কৰ্মী—সৈনিক শিল্পী। কমিউনিষ্ট দলত যোগ দি তেওঁ অসমৰ প্ৰান্তে প্ৰান্তে ঘূৰি অসমৰ সাধাৰণ কৃষক বনুৱাৰ লগত আত্মিক সম্পৰ্ক স্থাপন কৰিবলৈ সমৰ্থ হৈছিল। অসমৰ চুকে কোণে থকা সৰ্বহাৰা কৃষক বনুৱাৰ কলিজাত বিদ্ৰোহৰ শোণিত নিজৰা বোৱাবলৈ তেওঁ কেৱল ভাষণেই দিয়া নাছিল, তাৰ বাবে তেওঁলোকে বুজিব পৰাকৈ বিষ্ণুপ্ৰসাদে ৰচিছিল গীত, নাট, নৃত্য-নাটিকা, গীতি আলেখ্য, গল্প, উপন্যাস প্ৰবন্ধাদি। বিষ্ণুপ্ৰসাদৰ মনত ঠাই লোৱা সাম্যবাদৰ ধাৰণাৰ পোহৰেৰে এইবোৰ লেখা আলোকিত। ৰাভা ৰচনাৱলীৰ পাতে পাতে তাৰ উদাহৰণ দেখাৰ। যিসকল বুদ্ধিজীৱীয়ে চকু মুদি ৰচনাৱলী পাঠ কৰাত সিদ্ধহস্ত তেওঁলোকৰ চকুত সেইবোৰ নপৰাটো স্বাভাৱিক। সেইবোৰত ভুলত্ৰুটি বা স্ববিৰোধ নিশ্চয় অনেক আছে। কিন্তু ৰাভাৰ সময়ৰ পটভূমিত তাৰ বিচাৰ কৰিব গ'লে আমি নিঃসন্দেহে স্মৰণ কৰিব লাগিব ৰাভাৰ বৈপ্লৱিক আৰু গুৰুত্বপূৰ্ণ ভূমিকা। অসমত আজি আগৰ দশকত মাৰ্ক্সবাদী চিন্তা চৰ্চাৰ যি বিকাশ, পঞ্চাশৰ দশকত সি আছিল অতি চালুকীয়া। বিপ্লৱী কমিউনিষ্ট পাৰ্টি আৰু ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ কিছু প্ৰচাৰ পুস্তিকাই লৈছিল কেৱল দিকদৰ্শনকাৰী ভূমিকা।

---

২০. কিছুদিন আগতে, প্ৰকাশৰ এটি সংখ্যাত (মে' ১৯৮৫) সম্পাদকে লিখিছে 'বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'বিষ্ণুৰাভা এতিয়া কিমান ৰাতি—ডাচ্ কেপিটেলৰ কেইপৃষ্ঠাবাকী'' কবিতাই হেনো আজি আৰু ৰোমাঞ্চিত নকৰে। কাৰণ ডাচ্ কেপিটেলৰ 'কেইপৃষ্ঠা বাদেই প্ৰথম পৃষ্ঠাও কোনোৱে বুজা সম্ভৱ নহয় !!

বিষ্ণুপ্ৰসাদৰ সৰহভাগ ৰচনা, বিপ্লৱী কমিউনিষ্ট দলত যোগ দিয়াৰ পিছৰ সময়ছোৱাত লেখা। বহুকেইখন ৰচনা, আৰু বহুবোৰ গীত তেওঁ অজ্ঞাতবাসত কটোৱা সময়ছোৱাত লিখি উলিওৱা। বাইজৰ লগত থাকি বাইজৰ কাৰণেই বিষ্ণুপ্ৰসাদে কলম তুলি লৈছিল—গাইছিল। এই ৰচনাসমূহ সমাজতান্ত্ৰিক চেতনাৰে পুষ্ট—তাৰ পোহৰেৰে আলোকিত।

ৰাভাৰ বহু ৰচনাৰ মাজেদি তেওঁৰ দলৰ আদৰ্শ—দলীয় কাৰ্যসূচীৰ প্ৰকাশ ঘটিছে। অজ্ঞাতবাসৰ সময়ছোৱাত তেওঁ লেখা অনেক ৰচনা দলৰ সাংগঠনিক নিৰ্মাণ স্বাৰ্থতে উদ্ভূত। প্ৰখৰ শ্ৰেণী চেতনা এইবোৰ ৰচনাৰ কেন্দ্ৰীয় দৃষ্টিকোণ। সেয়ে ৰাভাৰ বহু ৰচনা সেইসময়ত দলীয় সাহিত্য (Party Literature) হিচাবে গণ্য হৈছিল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিক জনমানসত প্ৰতিষ্ঠিত কৰিবলৈ তেওঁ অতি সৰল আৰু নিভাঁজ ঠাচত সাম্যবাদৰ ধাৰণাসমূহ ৰচনাকৃতিৰ মাজেৰে প্ৰকাশ কৰিছিল। এই ৰচনাসমূহৰ বিশদ আলোচনা আমাৰ সীমিত আলোচনাৰ পৰিসৰৰ মাজত সম্ভৱ নহয়। কিন্তু আমাৰ আলোচনাৰ প্ৰাসঙ্গিকতালৈ লক্ষ্য ৰাখি ৰাভাৰ ৰচনাৱলীৰ পৰা কেইটামান উদাহৰণ ইয়াত থূলমূলভাবে উল্লেখ কৰিলোঁ।

ৰাভাৰ 'মুক্তিৰ দেউল' (য'ত দুটি ভূপেন হাজৰিকাৰ গীতো যুৰি দিয়া হৈছিল) গীতি আলেখ্যখন ('মুক্তিৰ দেউলৰ সৰ্বহাৰা মুক্তি সংগ্ৰামী সকললৈ' উৎসৰ্গিত) বিপ্লৱী কমিউনিষ্ট দললৈ অহাৰ পিছতে ৰচা। ঘাইকৈ তেতিয়াৰ পাৰ্টিৰ সক্ৰিয় কৰ্মী নীৰেন লাহিড়ী আৰু হৰিদাস ডেকাৰ অনুপ্ৰেৰণা তথা তাগিদাতে তাৰ সৃষ্টি। গীতি আলেখ্যখনি 'সৰ্বহাৰাৰ আন্তৰ্জাতিক গানে'ৰে আৰম্ভণি কৰা হৈছে: (বিশ্বৰ কমিউনিষ্ট আন্দোলনৰ এইটো স্বীকৃত কোৰাচ):

ওঠ্ জাগি ওঠ্ উপবাসী
অন্ন-ভূমিহীন দল
বুকু পেট জ্বলা চিৰদুখী
শেষ যুদ্ধলই হেৰ, ব'ল।

শুন হেৰ' শুন
গৰজন আবাহন
সুজনৰ নৱ বল।
চিঙি দাস শাপ—বন্ধন হম জয়ী হেৰ'
সৰ্ব্বহাৰা হীন দল।
( বিষ্ণুৰাভা ৰচনাৱলী, ১ম খণ্ড, পৃ-১১৩ )

ৰাভাৰ প্ৰত্যাশা 'বিপ্লৱৰ অগ্নিবাণী'য়ে নিপীড়িত দলৰ নিদ্ৰাভংগ কৰিব আৰু তেওঁলোকৰ হাতত ৰঙালী পতাকাই দোলা দি উৰিব :

'....তব শুভ আগমনে
ৰক্ত ভানু আগমনে জ্বলে
দোলে উৰি দোলে দোলে
ৰঙালী পতাকা -পীড়িতৰ
দলিতৰ।'
( ৰচনাৱলীৰ, ১ম খণ্ড পৃ. ১৬৩ )

এখন শ্ৰেণীহীন সমাজবাদী সমাজ গঢ়া এই গীতি আলেখ্যৰ মূল বক্তব্য—য'ত গোটেই বিশ্বমিলি হব এক আৰু শাসনভাৰ থাকিব দৰিদ্ৰ জনতাৰ হাতত :

"শ্ৰেণীহীন
জাতি দল বিভেদ-বিহীন
হব এক অভিনৱ নতুন সমাজতন্ত্ৰ
উচ্চাৰিব মহামন্ত্ৰ
চলাই সাম্যৰ মন্ত্ৰ
বিশ্ব সংঘ মিলি সবে কৰিব শাসন
ৰজা হব হীন জনগণ
গঢ়ি পাত সুখৰ সমাজ
"পঞ্চায়ত ৰাজ"...
[ ৰচনাৱলী, পৃ. ১৬৫ )

যাত্ৰাৰ কেইবাটাও বিখ্যাত প্ৰাণস্পৰ্শী গীত—'ব'ল ব'ল কৃষক শক্তি দল', 'বিপ্লৱ হ'ল ছন্দে', 'সুৰৰ দেউলত,' 'হে বিপ্লৱী বীৰ', 'ভাঙ্ ভাঙ্ ভাঙোতা' আদি এই গীতি আলেখ্যত অন্তৰ্ভুক্ত।

নৃত্য নাটিকা 'ন পৃথিৱীৰ নতুন যুগ'ৰ সুৰ মুক্তিৰ দেউলতকৈ অধিক স্পষ্ট আৰু পোনপটীয়া। বক্তব্য পোনপটীয়া। তাত কেৱল সাম্ৰাজ্যবাদী বৃটিছৰ বিৰুদ্ধেই বিষোদ্গাৰ মূৰ্ত হোৱা নাই।—বৃটিছৰ পদলেহনকাৰী ভাৰতীয় শাসক বুৰ্জোৱা শ্ৰেণীটোৰ বিপক্ষেও তীব্ৰ ঘৃণা আৰু বিৰাগ প্ৰকাশিত হৈছে:

'.......ভাৰত সাগৰ এৰি গ'ল
ত্যাজি শাসনৰ থল
গঢ়ি শোষণৰ ক'ল
বৃটেইনৰ সাউদৰ দল।
...গ'ল বগা বণাল ইংৰাজ
পাতি ধনৰাজ
কৰি বৰবাদ...

[ ৰচনাৱলী, পৃ. ১২১ ]

ইংৰাজ এৰি যোৱা 'স্বাধীন' ভাৰতৰ স্বৰূপ যাত্ৰাই অতি নিৰ্ভাজ আৰু অলঙ্কাৰ বৰ্জিত ভাষাৰে ৰাইজক বুজাই দিবলৈ এই নৃত্য নাটিকাৰে প্ৰয়াস কৰিছে। আন কেইটামান পংক্তিত 'স্বাধীনতাৰ অৰ্থ' আৰু ভাৰতৰ এমুঠি ধনী শাসকৰ স্বৰূপ অতি পোনপটীয়া ভাষাৰে প্ৰকাশ কৰিছে:

ৰাইজৰ জন্মভূমি
প্ৰেয়সী প্ৰেয়সী
স্বৰ্গাদপি গৰিয়সী
এমুঠি ধনীৰ হ'ল সুখ
কোটি কোটি ৰাইজৰ হ'ল ভিখে ভিখে নানা দুখ...
এয়ে হ'ল স্বাধীনতা তুৱা স্বাধীনতা...

[ ৰচনাৱলী, পৃ. ১২১ ]

০ ০

ভাৰত চৰকাৰ।
ধনী মহাজন ৰজা মহাৰাজ জমিদাৰ—
সিহঁতৰ শোষণৰ নিৰ্মম হাতিয়াৰ
তিলে তিলে সৰা টুপি টুপি তেজপিয়া
দুখীয়াৰ—
স্বাধীন দেশৰ মহাভাৰতৰ এনে চৰকাৰ ;....

[ ৰচনাৱলী, পৃ. ১২৪ ]

আন এঠাইত অসমৰ তেলৰ খনি আৰু চাহ বাগিছাত সাম্ৰাজ্যবাদী বৃটিছ আৰু ভাৰতীয় মালিকে চলোৱা লুণ্ঠন, শোষণ প্ৰকাশ পাইছে এনেদৰে :

অসম চৰকাৰ ধনিকৰ ৰাজপাট—
ইংৰাজী পুংখনি, চাহবাগিছাৰ মহা মালিকৰ খাট
ক'লা ধন ৰাজ, ধনী বগা ক'লা সাউদৰ
মুনাফাৰ বাট
চোৰাং বেপাৰী, ক'লা বজাৰীৰ হাট
আমোলা বাবুহঁতে ঘুচ্ খোৱা উপায়ৰ জাঁত।

[ ৰচনাৱলী, পৃ. ১২৪ ]

আন এটা পংক্তিত তেতিয়াৰ অসম চৰকাৰৰ ৰৰমূৰীয়াসকলৰ প্ৰতি ব্যঙ্গ উক্তি কৰিছে :

ৰব বৰ মেধি ব্ৰহ্ম, দলৈ শইকীয়া
বসুমাতাৰী আদি খিলঙৰ দেৱতাসকল
সিহঁতৰ হেচা খহি ওলায় তেলৰ টুপি নিতে অবিৰল।
.... .... .... ....
এনে এই খিলং খহনা পাট
অসমৰ ধনৰাজপাট।

[ ৰচনাৱলী, পৃ. ১২৫ ]

ধনী জমিদাৰৰ বিপক্ষে কমিউনিষ্ট ৰাভাই তীব্ৰ হুংকাৰ কৰি

উঠিছে। ৰাভাৰ নির্ভাঁজ অনুভূতিত জাগ্রত হৈছে প্রখৰ শ্রেণীগত দৃষ্টিকোণ। তলৰ পংক্তিত তাৰ পূৰ্ণ প্ৰকাশ লক্ষ্য কৰা যায় :

দুখীয়াৰ কলিজা নিঁঙাৰি লব
টুপি টুপি তেজ সুহি সুহি পিব
ফকি ফকি মঙহ চোৰাই খাব
কুকুকি হাৰ কেইডালো চোবাব
—হচিয়াৰ! হচিয়াৰ
ধনী! মহাজন!! মহাজন!!!
—হচিয়াৰ! হচিয়াৰ!!
[ৰচনাৱলী, পৃ. ১২৯]

নৃত্য নাটিকাখনিৰ নেপথ্যত সমস্বৰত নিগদিত হোৱা শ্লোগান দুটি হৈছে :

'ধনতন্ত্ৰবাদ ধ্বংস হওক'
'সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠিত—
হওক—কৃষক বনুৱা ৰাজ কায়েম হওক'—
[ৰচনাৱলী, পৃ. ১৩২]

বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ এই দুটা আছিল সৰ্বত্ৰ প্ৰচাৰিত শ্লোগান—পাৰ্টিৰ ঘোষিত লক্ষ্য। পাৰ্টিৰ কৰ্মসূচীৰ অন্যতম আছিল—ৰাইজৰ পঞ্চায়ত ৰাজ্য প্ৰতিষ্ঠা কৰা। তাৰ আদৰ্শ ৰাভাই গীতেৰে প্ৰচাৰিছিল :

ৰাইজেই ৰজা মোৰ
প্ৰজাই ৰজা মোৰ
সুখৰে পঞ্চায়ত ৰাজ...
[ঐ, পৃ. ১৩৭]

ৰাভাৰ নাটিকা 'পেঙনি বেঙনি' সাতচল্লিছৰ স্বাধীনতাৰ প্ৰতি বিৰূপ সমালোচনাৰে উজ্জ্বল। নাটিকাখনিৰ কমিউনিষ্ট চৰিত্ৰ' জীৱনে গ'ৰৰ হোজা কৃষক দুখীৰামক বৰ্তমান সমাজৰ কুমাচ কপটি উদঙাই

ধনতন্ত্ৰবাদৰ স্বৰূপ সৰল ব্যাখ্যাৰে বুজাইছে ঃ

...ভাৰতৰ ৰাষ্ট্ৰক্ষমতা হস্তান্তৰৰ নামত উত্তৰাধিকাৰ সূত্ৰত নিজ হাতলৈ ভাৰতৰ কলিজা দুই স্থানত খণ্ডিত কৰি ইংৰাজৰ সলনি ধনৰাজ থাপিলে। সেই বিশ্বাসঘাটক ৰাজদ্ৰোহী নেতাসকলে ৰাইজৰ কিবা কৰিব—কিবা অভাৱ গুছাব বুলি এতিয়াও ভাবেনে? নাভাবিব। কাৰণ স্বাধীনতাই যেন সিহঁতৰ কাম্য—সিহঁতৰ লভ্য সিহঁতৰ লোভ—সিহঁতৰ সম্পদ সিহঁতৰ ঐশ্চৰ্য্য, সিহঁতৰ শেষ আকাংখ্যা অথচ সিহঁতৰ চকুৰ আগতে গৰীব জনতাই মৰে, মানুহ হৈ আৰু নুঠে।..' (ঐ, পৃ. ১৮৭)

জীৱনৰ মুখৰ তেজাল আৰু নিৰ্ভাজ সংলাপ নাটিকাখনিৰ বলিষ্ঠ সম্পদ। জীৱনে দুখীৰামহঁতক আহবান জনাইছে ধনতন্ত্ৰবাদৰ অবসান ঘটাবলৈ—কৃষক শ্ৰমিকৰ ঐক্যবদ্ধ আন্দোলন গঢ়ি তুলিবলৈ'। জীৱনে কৈছে কেৱল সমাজতান্ত্ৰিক বিপ্লৱৰ মাজেদি সমাজতন্ত্ৰৰ সুখৰ স্বৰগ ৰচাটো সম্ভৱ। ইয়াৰ ভৱিষ্যতেই থাপিব লাগিব স্বৰ্গসম কৃষক বনুৱা পঞ্চায়ত ৰাজ। [ঐ, পৃ. ১৮৯]

ৰাভাৰ গল্পসমূহ আৰু একমাত্ৰ উপন্যাস 'মিছিংকনেঙ'ৰ মাজেদিও কমিউনিষ্ট আদৰ্শ প্ৰতিভাত হৈছে। 'সোনপাহী' নামৰ গল্পসংকলনখন ৰাভাই অজ্ঞাতবাসত থকা কালত ৰাইজৰ সুখ দুখৰ অভিজ্ঞতা লৈ লিখা। তাৰ পাতনিত ৰাভাই লিখিছে যে সেই অজ্ঞাতবাসত কটোৱা জীৱনত তেওঁ এক বিৰাট পৰ্বত সৃষ্টি কৰি এক বিৰাট শক্তিৰ সাধনা কৰে, সেই শক্তি গণশক্তি' যি 'বিধাতাকো' টলাব পাৰে' আৰু লিখিছে যে অজ্ঞাতবাসত তেওঁৰ শিল্পী জীৱনে এটি সম্পদ অৰ্জন কৰে—যাৰ অবিহনে তেওঁৰ শিল্পী জীৱন অপূৰ্ণ থাকিলহেঁতেন। তেওঁ উল্লেখ কৰিছে জনসাধাৰণ অফুৰন্ত কলা শিল্পৰ উৎস। 'কমিউনিজমৰ পোহৰে ৰাইজৰ অন্তৰৰ তিমিৰ— অন্ধকাৰ আঁতৰাই দিছে। পোহৰত মুকুতিৰ বাট মুকলি হয়—

বিপ্লৱৰ বাট ।'২১

'মিছিংকনেঙ'-উপন্যাসখনি ৰাভাৰ ষাঠিৰ দশকৰ ৰচনা—ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগ দিয়াৰ পিছৰ কালৰ। মিছিং সমাজৰ এটি বাস্তৱচিত্ৰ অংকণ কৰিবলৈ ৰাভাই ইয়াত প্ৰয়াস কৰিছে। উপন্যাসৰ নাৰী চৰিত্ৰ পাৰেঙনী আৰু যুৱক কুমণৰ প্ৰেম-ভালপোৱাৰ মাজেৰেই উপন্যাসখনৰ কাহিনীভাগ গঢ়ি উঠিছে। মিছিং কৃষ্টিৰ বিশ্লেষণসূচী প্ৰসংগও কাহিনীৰ গতিধাৰাৰ লগত আলোচিত হৈছে। ঠায়ে ঠায়ে বাকসংযমহীনতা উপন্যাসখনৰ এটি দুৰ্বল দিশ হলেও উপন্যাসখনিৰ শেষৰ ফালে বলিষ্ঠ দৃষ্টিকোণ মূৰ্ত হৈছে। স্বাধীনতা আন্দোলনৰ পটভূমি হিচাবে ৰচা উপন্যাসখনিত কুমণৰ চৰিত্ৰৰ মাজেদি ৰাভাই এটি বিপ্লৱী চৰিত্ৰ অংকন কৰিবলৈ সক্ষম হৈছে। 'স্বাধীন ভাৰতৰ' প্ৰতি কুমণ নাৰাজ। দেশৰ পাৰিত গঁজা নেতা-সকলৰ স্বৰূপ দেখি কুমণ আতংকিত। এখন সভাৰ মঞ্চৰ পৰা কুমণে সেয়ে তেজস্বিতাৰে ঘোষণা কৰিছে :

> ...আজি ক'লৈ গ'ল মহাত্মা গান্ধীৰ আদৰ্শ—ক'লৈ গ'ল সেই আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত স্বাধীনতাৰ যুজাৰুসকল। আজি তেওঁলোকৰ যথাস্থানত ঠাই নাই। আসন জুৰি আছে নতুনকৈ পাৰত গঁজা ভুৱা নেতাসকল। আজি তেওঁলোকে দেশখনত জুই জ্বলাইছে,—জাতিৰ ধ্বংস আনিছে। কিমান দিন আৰু ৰাইজে এই ভুৱা চং চাই থাকিব, তেওঁলোকে মূৰ তুলি জাগি উঠিব। সেই গণজাগৰণে এনে এটা ভূমিকম্প আনিব, যি প্ৰলয়ংকৰী ভূমিকম্পই —

২১. 'সোণপাহী'খন আমাৰ হাতত নাই বাবে শ্ৰীকমলা মজুমদাৰ আৰু শ্ৰী শশী শৰ্মাই 'সৈনিক শিল্পী বিষ্ণুৰাভা' গ্ৰন্থত লিখা নিবন্ধত উল্লেখ কৰা 'সোণপাহী'ৰ পাতনিৰ উদ্ধৃত বাক্য ইয়াত উল্লেখ কৰি আপাতত: ক্ষান্ত থাকিব লগা হ'ল।

( ৰচনাৱলী, পৃ. ২৬৭ ) কুমণ্ড আৰু পাৰছলী দুয়ো স্বাধীনতা আন্দোলনত জপিয়াই কাৰাবাস খাটিছিল। স্বাধীনতাৰ পিচত কুমণ্ডৰ মোহভংগ হ'ল। স্বাধীনতা আন্দোলনৰ কুমণ্ডৰ নিঃস্বাৰ্থ কৰ্মী সহযোগী 'আহিনাদলেই কুমণ্ডক এই ভুৱা স্বাধীনতাৰ স্বৰূপটি উদঙাই দেখুৱায়। আহিনা দলৰ কণ্ঠ :

"ঠিক কথা কৈছে'—সঁচা কথা। এনে ঠিক কথা কোৱাৰ কাৰণে সিহঁতে আমাক কয়—কমিউনিষ্ট। কুকুৰ মেকুৰীৰ দৰে আমাক খেদি ফুৰে ভাৰতৰ স্বাধীন চৰকাৰৰ পুলিচ মিলিটাৰীহঁতে।...." ( ঐ, পৃ. ২৫৯ )

ৰাভাৰ চুটিগল্প 'পুং' 'পুঙ্'ৰ বুঢ়াৰ চৰিত্ৰৰ মাজেদি আমি ৰাভাৰ প্ৰতিচ্ছবিখন প্ৰতিফলিত হোৱা দেখা পাওঁ। বুঢ়াই সৰ্বহাৰা 'লখা'ক নতুন সমাজৰ বাতৰি দিছে। সমাজৰ দুটা শ্ৰেণীৰ মাজৰ বিৰাট ব্যৱধানৰ কথা বুঢ়াই সহজ উপমাৰে 'লখা'ক বুজাইছে। বুঢ়াৰ কণ্ঠত উচ্চাৰিত হৈছে জড় ৰাজনৈতিক শ্লোগানৰ পৰিবৰ্তে সৰল আৰু নিৰ্ভাজ উপলব্ধি :

'....আইন, আইন আনৰ কাৰণে। এই আইন হৈছে ধনীক ৰক্ষা কৰা আৰু দুখীয়াক মৰা আইন। এনে আইনৰ পৰাই ধনতন্ত্ৰবাদী সমাজব্যৱস্থা চলি আছে। এই আইনেই হৈছে ধনীক শ্ৰেণীৰ ছলনাৰ কৌশল।... আমাৰ অৱস্থা বেয়া হ'লে আমি এবাৰ কপালক, এবাৰ ঈশ্বৰক দোষ দিওঁ। দৰাচলতে কপালৰো দোষ নহয়। দেৱতাৰো দোষ নহয়, আচলতে ধনতন্ত্ৰবাদী সমাজব্যৱস্থাৰ দোষ। ( ঐ, পৃ. ২৯৩ ।.... ধনী হিচাবে কাবোৰাক সৃজন কৰাহেঁতেন, ধনীৰ ল'ৰাই মাকৰ গৰ্ভৰ পৰাই জোতা চোলা পিন্ধি ৰাজ হৈ ওলালহেঁতেন। সৰ্বহাৰা দুখীয়াৰ ল'ৰাৰ দৰে ধনী ঘৰৰ কেচুৱাইও নাঙঠা হৈ ওলায়। ধনতন্ত্ৰবাদী সমাজব্যৱস্থাই গুপুতে গোপনে ধনীৰ লৰাক ভালকৈ খুৱাই বুৱাই, পিন্ধাই ৰাখে। বাইজৰ অসুখ অশান্তিৰ

শুৰি হৈছে ধনতন্ত্ৰবাদহে। (ঐ, পৃ. ২১৪)

বুঢ়াই লখাইক কৈছে কৃষক শ্ৰমিকৰ ঐক্যবদ্ধ আন্দোলনেহে এই ধনতন্ত্ৰবাদৰ পতন আনিব। কিন্তু বিপ্লৱ আহিব কেনেকৈ? লখাইৰ মনত উদয় হোৱা স্বাভাৱিক প্ৰশ্নৰ উত্তৰত অতি সৰল অথচ বলিষ্ঠ উপমাৰে কৈছে সমাজৰ ধনী আৰু দুখীয়া এই দুটা শ্ৰেণীৰ মাজত দ্বন্দ্ব অনিবাৰ্য

'...কণীৰ ভিতৰত বিজলাও থাকে, কুহমও থাকে। বিজলে কুহমক নষ্ট কৰিবলৈ বিচাৰে, কুহমে বিজলক ধ্বংস কৰিবলৈ বিচাৰে। এইদৰে যুজোঁতে যুজোঁতে বিজলাও নহয় কুহমও নহয়,— বেলেগ এটা বস্তু ওলায়। সেইটো হৈছে এটা পোৱালী। এইদৰে ধনতন্ত্ৰবাদৰ গৰ্ভৰ পৰা দুটা শ্ৰেণী ওলাইছে, এটা হৈছে ধনীক, আনটো হৈছে গৰীব সৰ্বহাৰা। ধনীক শ্ৰেণীয়ে গৰীব শ্ৰেণীক দমন কৰিবলৈ বিচাৰে, আৰু সৰ্বহাৰা শ্ৰেণীয়ে ধনীক শ্ৰেণীক উচ্ছেদ কৰিবলৈ বিচাৰে। ধনীৰ শত্ৰু গৰীব আৰু সৰ্বহাৰা শ্ৰেণীৰ শত্ৰু ধনীক শ্ৰেণী। এইদৰে যুজি যুজি ধনীও নহয় দুখীয়াও নহয় এটা বেলেগ সমাজ ওলাই পৰে। সেয়া হৈছে সমাজতন্ত্ৰবাদ। সেয়ে হৈছে বিপ্লৱ। ধন-তন্ত্ৰ-বাদৰ সমাজতন্ত্ৰবাদলৈ বিপ্লৱ। (ঐ, পৃ. ২১৪/২১৫)

গল্পটিৰ শেষৰ ফালে লখাইৰ বিপ্লৱৰ পথ লৈছে। লখাৰ লগত লৰিছে তাৰ পত্নী ছেৰাৰী আৰু মাক পাৰেখো। লখাৰ অন্তৰৰ কলিজা ফালি যেন ওলাইছে বিপ্লৱৰ সুৰ। ৰাভাৰ অজ্ঞাতবাসৰ অভিজ্ঞতাৰ গল্পটি এক স্মৰণীয় সৃষ্টি। তাৰ কলাগত মানৰ কথা নৈকেও কব পাৰি গল্পটিৰ মাজেৰে নিগৰিত হোৱা বিপ্লৱৰ নিৰ্ভাজ অনুভূতি—সংবেদনশীল আৰু চিন্তাকৰ্ষক।

(৫)

সন্দেহ নাই ৰাভাৰ চিন্তাত ভুল-ক্ৰটি ঘটিছে সময়ে সময়ে।

তেওঁৰ ৰচনাতো পুনৰাবৃত্তিৰ দোষ ঘটিছে।। কিন্তু এই ভুল-ত্ৰুটিৰ মাজতো উত্তোলিত হৈছে জনগণৰ প্ৰতি গভীৰ দায়িত্ববোধ। গাৱঁৰ হোজা কৃষক ৰাইজক বুজাবলৈ স্বাভাৱিকভাবেই তেওঁ এনে পুনৰাবৃত্তিৰ আশ্ৰয় লৈছিল যেন লাগে। ড° হীৰেণ গোঁহাঁয়ে কোৱা মতে ৰাভাৰ জীৱনৰ অন্যতম মহৎ বৈশিষ্ট্য হ'ল চিন্তাক কৰ্মত ৰূপায়িত কৰাৰ, তত্ত্বক জীৱনত প্ৰতিফলিত কৰাৰ সাহস আৰু নিষ্ঠা। সেইবাবেই তেওঁৰ ভুলত্ৰুটিও স্বস্তিকৰভাবে উদাহৰণ হবৰ যোগ্য—কুঁৱলিয়ে ঢকা চাকনৈয়া নহয়।২২

প্ৰকাশৰ সম্পাদক ডাওৰীয়াই লিখিছে যে ৰাভা আৰু জ্যোতিপ্ৰসাদৰ সত্তাক উপলব্ধি কৰিবলৈ বিস্তীৰ্ণ প্ৰান্তৰ অসমৰ মানুহৰ মাজলৈ গভীৰভাবে সোমাই যাব লাগিব। হাস্যকৰ এই যে সম্পাদক ডাঙৰীয়াৰ লেখাতে তাৰ পৰিবৰ্তে দেখা গৈছে চহৰৰ প্ৰাসাদোপম অট্টালিকাত বহি বিষ্ণুপ্ৰসাদক জোখ মাখ কৰাৰ অপচেষ্টা। চহৰৰ গজদন্ত মিনাৰৰ পৰা নামি অসমৰ বিশাল প্ৰান্তৰ মানুহৰ কলিজাৰ স্পন্দন লোৱা হ'লে সম্পাদক ডাঙৰীয়াই তেওঁৰ বাবে এই দুৰ্ভাগ্যজনক খবৰো পালেহেঁতেন যে ৰাভাই শংকৰদেৱৰ উত্তৰাধিকাৰী হৈ গাৱেঁ-ভুয়ে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি ফুৰা নাছিল। শংকৰদেৱৰ আদৰ্শৰে ৰাইজৰ মাজত শ্ৰেণীসংগ্ৰাম গঢ়ি তোলাৰ পৰামৰ্শও গঞা ৰাইজক দিয়া নাছিল। অজ্ঞাতবাসত ৰচা লেখাবোৰ এবাৰ চকু ফুৰাই তাৰ শিক্ষা সম্পাদক ডাঙৰীয়াই লব পাৰে। 'কলাগুৰু' সম্পৰ্কত বামপন্থীসকলৰ আপত্তিৰ কাৰণ এই দৃষ্টিকোণৰ পৰা উদ্ভূত।

ৰাভাৰ জীৱনৰ ওপৰত শংকৰদেৱৰ প্ৰভাৱৰ কথা বামপন্থীসকলে নুই কৰা নাই, বৰং তাৰ এক সূক্ষ্ম বিচাৰ কৰিবলৈহে মনোনিবেশ কৰা পৰিলক্ষিত হৈছে। শংকৰদেৱৰ শিল্পসত্তাৰে ৰাভাক প্ৰভাৱান্বিত কৰিছিল। তাৰ আংগিকে ৰাভাৰ গীতমালত ইন্ধন

২২. সৈনিক শিল্পী বিষ্ণুৰাভা'ৰ পাতনিত ড' গোহাঁয়ে এই তাৎপৰ্যপূৰ্ণ মন্তব্য কৰিছে।

যোগাইছিল। তেওঁ নিশ্চয় অনুভৱ কৰিছিল প্ৰগতি এটা যান্ত্ৰিকভাৱে আহি নপৰে—ঐতিহ্যৰ ভেটিতেই হয় তাৰ সৃষ্টি। সেইবাবেই, অসমৰ ঐতিহ্যৰ শ্ৰেষ্ঠতম প্ৰতিনিধি শংকৰদেৱৰ প্ৰভাৱ স্বাভাৱিকভাৱেই বিষ্ণু প্ৰসাদৰ জীৱনত পৰিছিল। কিন্তু তাৰ অৰ্থ এইটো নহয় যে বিষ্ণুপ্ৰসাদ পুনৰুত্থানবাদী (Revivalist) আছিল ড° শিৱনাথ বৰ্মনে কোৱা দৰে শংকৰী ঐতিহ্যৰ প্ৰতি অ-সমালোচনামূলক মুগ্ধতাই ৰাভাক কেতিয়াবা পিচলৈও টানিছিল। কিন্তু অৰ্থ এইটো নহয় যে ৰাভা অতীতকাতৰ বৈষ্ণৱ ভকত আছিল। প্ৰকৃতাৰ্থত শংকৰদেৱৰ ধৰ্মীয় ভাবাদৰ্শতকৈ ৰাভাক আকৰ্ষণ কৰিছিল শংকৰদেৱৰ শৌৰ্য্যবীৰ্য্যই। শংকৰদেৱৰ সাংস্কৃতিক প্ৰতিভা আৰু অসমৰ সামাজিক সংহতিত যোগোৱা তেওঁৰ অবদান—বহল অৰ্থত শংকৰদেৱৰ বিপ্লৱবাদেই মূলতঃ বিষ্ণুপ্ৰসাদক উদ্বেলিত কৰিছিল, যাৰ প্ৰতি আকৃষ্ট হৈছিল অসমীয়া নৱজাগৰণে সৃষ্টি কৰা আন এজন সংগ্ৰামী পথিকৃত জ্যোতিপ্ৰসাদ।২৩

ৰাভাৰ ইতিহাস অনুসন্ধানত আমি দেখিবলৈ পাইছো এক অদমনীয় অনুসন্ধিৎসা আৰু প্ৰগাঢ়তা। তেওঁৰ ভাষাতাত্বিক কিম্বা নৃতাত্বিক বিশ্লেষণেও কেতিয়াবা আমাক কঢ়িয়াই আনিছে নতুন ফচল। তেওঁ যে সদায় সত্য আৰু বৈজ্ঞানিক দিশসমূহ উন্মোচন কৰিবলৈ সক্ষম হৈছে এনে নহয়, কিন্তু চহৰৰ বিদগ্ধ বুদ্ধিজীৱী-সকলে এই সংবাদ নিশ্চয় পায় যে এই ক্ষেত্ৰত ৰাভাৰ দৃষ্টিভংগী কেতিয়াও আৰ্য-অভিমানৰ দ্বাৰা নিয়ন্ত্ৰিত নাছিল। বুৰঞ্জীৰ প্ৰচলিত আৰু প্ৰতিষ্ঠিত সত্যৰ বিপৰীতে যুক্তি আৰু তথ্যৰে নতুন সত্য দাঙি ধৰিবলৈ ৰাভাই কেতিয়াও কুণ্ঠাবোধ কৰা নাছিল।

আজি ৰাভা যেন তথাকথিত অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষা আন্দোলনৰো অতন্দ্ৰ প্ৰহৰী। ২০ জুন আহিলেই ৰাভা হৈ পৰে 'বীৰপূজা'ৰ দেৱতা। এই 'বীৰপূজা'ৰ ধাৰক বাহক দেশপ্ৰেমীসকলে

২৩. "নৱজাগৰণৰ প্ৰতীক : বিষ্ণুৰাভা," সৈনিক শিল্পী বিষ্ণুৰাভা, পৃ.১৪২.

প্ৰায়ে আওবায় ৰাভাৰ এইষাৰ কথা : ' "আমি প্ৰত্যেক অসমীয়াই সংকল্প কৰা উচিত, অসমক মৰিবলৈ নিদিও, অসমীয়া সংস্কৃতিক লুপ্ত হবলৈ নিদিও "।' কিন্তু ৰাভাৰ এই কথাষাৰৰ ভিত্তি আছিল কি? এটা সংকীৰ্ণ জাতীয়তাবাদী দৃষ্টিকোণৰ পৰা ই উদ্ভূত নহয়।

আজি অসমীয়া জাতি সত্য: ক্ষতবিক্ষত। সমন্বয়ৰ এনাজৰী সোলোক ঢোলোক। জনজাতি সমাজ সন্ত্ৰস্ত। বৰ্ণহিন্দু উন্নাসিক সম্পাত্তিশালী অসমীয়াৰ দ্বাৰা তেওঁলোক একপ্ৰকাৰ আক্ৰান্ত। বৰ্ণাভিমানীসকলে হয়তো ভাবিছে যে সমন্বয় সংহতিৰ মাজেৰে এটা বিশাল অসমীয়া জাতি গঢ়ি উঠিলে তেওঁলোকৰ থকা অচ্ছুতীয়া অধিকাৰত কুঠাৰাঘাত পৰিব। ৰাভাই এই সংকীৰ্ণ আৰু বিধ্বংসী প্ৰক্ৰিয়াক হৃদয়ঙ্গম কৰিব পাৰিছিল। সেয়ে তেওঁ এই উগ্ৰ জাতীয়তাবাদী বা উগ্ৰ জাত্যাভিমানৰ আতিশয্যৰ পৰা নিলগত অৱস্থান কৰি এটা উদাৰ দৃষ্টিভংগীৰে মহান সমন্বয়ৰ জাতি গঢ়ি তোলাৰ পথ দেখুৱাইছিল। অসমীয়া জাতি গঠনত জনজাতীয় ঐতিহ্যৰ উপাদান কেনেদৰে মিহলি হৈ আছে তাক তেওঁ তথ্যগতভাৱে দাঙি ধৰিছিল। তথাকথিত আৰ্যীকৰণে জনজাতীয় সকলৰ সামাজিক জীৱনযাত্ৰাত যি ক্ষতি সাধন কৰিছে তাৰ প্ৰতি ৰাভা সদায় সচেতন আছিল। তেওঁ সকীয়নি দিছিল জনজাতীয় স্বকীয়তাৰ বিলোপ সাধনৰ জৰিয়তে এটি মহান অসমীয়া জাতি গঢ়ি উঠা কেতিয়াও সম্ভৱ নহয়। (ৰাভাৰ এই দৃষ্টিভংগীৰ সত্যতা আজি প্ৰমাণিত হৈছে।) সেয়ে কতৃত্বশীল অসমীয়াৰ বিপৰীতে ৰাভাই থিয় হৈ জনজাতীয় ঐতিহ্যমণ্ডিত সংস্কৃতিৰ পুনৰুদ্ধাৰৰ কামত নিজকে আত্মনিয়োগ কৰিছিল। গোটেই পূৰ্বাঞ্চলৰে প্ৰভাৱশালী জনজাতি সমাজ নব্য উপনিৱেশবাদৰ দ্বাৰা কেনেকৈ স্বভূমিৰ পৰা নিশ্চিহ্ন হব লাগিছে, তাক বিষ্ণুপ্ৰসাদে প্ৰত্যক্ষ অভিজ্ঞতা আৰু ঐতিহাসিক জ্ঞানৰ পৰা বুজিব পাৰিছিল।

অসমৰ বৰ্ণাভিমানী জাতীয়তাবাদী আৰু চহৰৰ দাম্ভিক বুদ্ধিজীৱী সকলে বিষ্ণুপ্ৰসাদৰ এই বলিষ্ঠ দৃষ্টিভংগীৰ পৰা যিমান সোনকালে শিক্ষা লবলৈ শিকে সিমানে মঙ্গল। অন্যথা কেৱল টকা পইচাৰ শ্ৰাদ্ধ কৰি 'বীৰপূজা'ৰ চৌখীন আয়োজনেৰে যেতিয়া বিষ্ণুপ্ৰসাদক আবদ্ধ কৰি ৰাখিব পৰা নাযাব। সময় হলেই বিষ্ণুপ্ৰসাদৰ বিপ্লৱী সত্বাই এদিন তেওঁলোকক যেদি ত্ৰিভুবন দেখুৱাবহি। 'বীৰপূজা'ৰ থলি হবগৈ ৰণথলী!!

# ৰাভাৰ ইতিহাস চৰ্চাৰ এটি দিশ

।। সুনীল শৰ্মা ।।

That noble-minded one is alone worthy of praise whose word, like that of a judge, keeps free from love or hatred in relating the facts of the past.

—Kalhana

বিজ্ঞসকলৰ মুখত এষাৰ বৰ সাৰুৱা কথা কেতিয়াবা শুনা যায়: ঐতিহাসিক উকীল নহয়, বিচাৰকহে। তাৰমানে উকীলৰ দৰে ঐতিহাসিকে বিশেষ এটা পক্ষ লোৱা উচিত নহয়। বিচাৰকে যেনেকৈ নির্মোহ আৰু নিৰপেক্ষভাৱে বিচাৰ কৰি বিশেষ এটা সিদ্ধান্তলৈ আহে, ঐতিহাসিকেও এইদৰে অতীতৰ ঘটনাসমূহৰ সকলো দিশ বিচাৰ-বিশ্লেষণ কৰি নিজৰ সিদ্ধান্তলৈ অহা উচিত।

আদর্শ হিচাপে ই নিঃসন্দেহে সঠিক আৰু অনুকৰণীয়। কিন্তু তত্ত্ব হিচাপে এই কথা কোৱা যিমান সহজ, বাস্তৱ ক্ষেত্ৰত তাক প্ৰয়োগ কৰাটো সিমান সহজ নহয়। এই প্ৰসংগত আমি মনত ৰখা উচিত হ'ব যে এজন প্ৰাকৃতিক বিজ্ঞানীয়ে যিমান নিৰাসক্ত-ভাৱে এটা প্ৰাকৃতিক ঘটনা বিশ্লেষণ কৰিব পাৰে, অতীতৰ ঘটনা এটাক এজন ঐতিহাসিকে ঠিক সিমান নিৰাসক্তভাৱে বিচাৰ কৰাটো সম্ভৱ নহয়। ঐতিহাসিকে বিচাৰ কৰে সমাজৰ অতীতক, মানুহৰ কীৰ্তিক। অকল সেয়ে নহয়, সৰহভাগ ক্ষেত্ৰত ঐতিহাসিকৰ কাৰ-বাৰ বিশেষ এটা জাতি বা শ্ৰেণীৰ অতীতক লৈ। এনে ক্ষেত্ৰত প্ৰাকৃতিক বিজ্ঞানীৰ নিৰাসক্ত মনোভাৱ ঐতিহাসিকৰ নথকাটো একো আচৰিত নহয়। অৱশ্যে আমি কব বিচৰা নাই যে নিৰাসক্ত

মনোভাৱ লৈ—বৈজ্ঞানিক দৃষ্টিভংগীৰে—ইতিহাস চৰ্চা কৰাটো অসাধ্য। কিন্তু ই যে সহজসাধ্যও নহয় সেই কথা আমি স্বীকাৰ কৰা উচিত হব।

নিৰাসক্তভাৱে ইতিহাস-চৰ্চা নকৰাৰ বা কৰিব নোৱাৰাৰ এটা পৰিণতি হ'ল জাতীয়তাবাদী ইতিহাস ৰচনাৰ প্ৰবণতা। বিষয়গত-ভাৱে অৱশ্যে নানা ঐতিহাসিক-সামাজিক-ৰাষ্ট্ৰনৈতিক কাৰণৰ নিমিত্তে এনে প্ৰবণতাৰ জন্ম আৰু বিকাশ হ'ব পাৰে। কোৱা বাহুল্য যে পৰাধীন দেশত এনে প্ৰবণতাই জন্ম আৰু বিকাশৰ বাবে বিশেষ সুবিধাজনক পৰিবেশন পায়। দুৰ্ব্বল অথচ ঐতিহ্যসমৃদ্ধ জাতিৰ আত্মসচেতন ঐতিহাসিকৰ ৰচনাতো এই প্ৰবণতা লক্ষণীয়। দৰাচলতে ইতিহাস-চৰ্চাৰ জাতীয়তাবাদী ধাৰাৰ উদ্ভৱ বিশেষ কিছু-মান ঐতিহাসিক পৰিস্থিতিত প্ৰায় অৱশ্যম্ভাৱী হৈ পৰে। এনে পৰিস্থিতিত এই ধাৰাটোৰ কিছু ইতিবাচক ভূমিকাও থাকে। যেনে, জাতীয়তাবাদী ইতিহাসত আমি পাওঁ উপেক্ষিত জাতীয় ঐতিহ্যৰ পুনৰোদ্ধাৰ আৰু পুনৰমূল্যায়নৰ প্ৰচেষ্টা। তদুপৰি, সমাজ সংস্কাৰক আৰু ৰাজনৈতিক তথা সাংস্কৃতিক কৰ্মীসকলে এনে ইতিহাসৰ পৰা লাভ কৰে প্ৰভূত প্ৰেৰণা আৰু অফুৰন্ত আত্মপ্ৰত্যয়। কিন্তু এই ইতিবাচক দিশটোৰ ওলোটা দিশ এটাও নথকা নহয়। জাতীয়তা-বাদী ঐতিহাসিকসকলৰ দৃষ্টিভংগী বহুলাংশে ধূসৰ, একপক্ষীয় সত্যৰ সন্ধান তথা উদ্ধাৰতকৈ 'সত্য'ৰ সৃষ্টিৰ প্ৰতি তেওঁলোকে অধিক আগ্ৰহী। পূৰ্বনিৰ্দ্ধাৰিত কিছুমান প্ৰয়োজন আৰু ধাৰণাই তেওঁলোকৰ দৃষ্টিভংগীক মোহাৰিষ্ট, আবেগিক আৰু বিষয়ীসত্ত কৰি পেলায়। সেই গতিকে আমি জাতীয়তাবাদী ইতিহাসত পাওঁ অতিৰঞ্জন, আত্ম-শ্ৰেষ্ঠতাৰ ধাৰণা, অতীতমুখীনতা, স্বৰ্ণযুগৰ কল্পনা ইত্যাদি। অৰ্থাৎ, ইতিহাস-চৰ্চাৰ বৈজ্ঞানিক পদ্ধতিৰ পৰা জাতীয়তাবাদী ঐতিহাসিক-সকলে বহু নিলগত থাকে।

প্ৰশ্ন হ'ল : বিষ্ণুপ্ৰসাদ ৰাভাৰ ইতিহাস-চৰ্চাৰ বিশেষ এটা দিশ

সম্পৰ্কে আলোচনা কৰাৰ আগতে ভূমিকা হিচাপে এইখিনি কথা লিখাৰ আৰু কিবা প্ৰয়োজন আছে? ঠেক অৰ্থত যাত্ৰা ঐতিহাসিক নাছিল যদিও তেওঁৰ ঐতিহাসিক চৰ্চাৰ তাৎপৰ্য অনস্বীকাৰ্য। অসমৰ থলুৱা সংস্কৃতিৰ গঠন আৰু বিকাশৰ ক্ষেত্ৰত জনজাতীয় উপাদানৰ ভূমিকাৰ গুৰুত্বৰ বিষয়ে যি কেইজন ঐতিহাসিকে আলোচনা-বিলোচনা আৰম্ভ কৰিছিল তেওঁলোকৰ ভিতৰত যাত্ৰা অন্যতম। যদি সেয়েই হয় তেন্তে যাত্ৰাৰ বিষয়ে আলোচনা কৰাৰ আগতে জাতীয়তাবাদী ইতিহাস-চৰ্চাৰ বিষয়ে খুঁটি-নাটি কথা উল্লেখ কৰাৰ যুক্তি কত?

যুক্তি আছে। কাৰণ নিৰ্মোহভাৱে বিচাৰ কৰি চালে দেখা যায় যে যাত্ৰাৰ ইতিহাস-চৰ্চাত জাতীয়তাবাদী প্ৰৱণতা সম্পূৰ্ণভাৱে অনুপস্থিত নহয়। তেওঁৰ দুই-এটা মন্তব্য উল্লেখ কৰিলেই আমাৰ এই মত প্ৰমাণিত হ'ব। যাত্ৰাৰ ইতিহাস-চৰ্চাৰ এটি দিশ বোলোতে আমি তেওঁৰ এই জাতীয়তাবাদী প্ৰৱণতাৰ কথাই বুজাইছোঁ।

যাত্ৰাৰ পৰিণত বয়সৰ ৰচনাসমূহত মাৰ্ক্সীয় প্ৰভাৱ সুস্পষ্ট। কিন্তু এই প্ৰভাৱ আছে বুলিয়েই—আৰু ইয়াৰ বাবেই পৰিণত যাত্ৰাৰ ঐতিহাসিক ভূমিকা স্মৰণীয় কাৰণেই—আমি অন্যান্য প্ৰভাৱ বা প্ৰৱণতাৰ কথা নুই কৰা বোধহয় উচিত নহ'ব। মানুহৰ চিন্তা-চৰ্চা তথা চেতনাৰ চৰিত্ৰ-মূল্যায়নৰ কামটো বৰ সহজ নহয়। চেতনাৰ গভীৰ দিশটোৰ—আবেগ তথা মানসিকতাৰ দিশটোৰ—স্বৰূপ জটিল আৰু প্ৰকাশ পৰোক্ষ। তদুপৰি, উন্নত ভাৱাদৰ্শলৈ উত্তৰণ ঘটাৰ পাছতো পৰিত্যক্ত ভাৱাদৰ্শৰ অৱশেষ—হয়তো অজ্ঞাতেই—চেতনাৰ গভীৰ স্তৰত থাকি যোৱাটো সম্ভৱ। এই বাবেই আমি ভাবো যে বিশেষ এটা 'বাদ' বা দলৰ প্ৰতি ঘোষিত আকৰ্ষণ বা আনুগত্যৰ আন্তৰিক ঘোষণাতো আনকি চিন্তা-চৰ্চা তথা চেতনাৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ সামগ্ৰিক ৰূপটো প্ৰতিফলিত নহ'বও পাৰে। আমি অলপ আগতে উল্লেখ কৰা যাত্ৰাৰ ইতিহাস-চৰ্চাৰ জাতীয়তাবাদী প্ৰৱণতাটোক আমাৰ এই ধাৰণাৰ দৃষ্টান্ত হিচাপে গ্ৰহণ কৰা যায়।

শংকৰদেৱৰ প্ৰতি ৰাভাৰ যি মনোভাৱ তাত আমি তেওঁৰ জাতীয়তাবাদী প্ৰৱণতাৰ অভিব্যক্তি দেখা পাওঁ। শংকৰদেৱৰ বিষয়ে তেওঁ কি কৈছে? ৰাভাৰ মতে: 'আজি শংকৰদেৱৰ যি কোনো কৃতিত্ব বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হ'ব।' শংকৰ নাথাকিলে অসমীয়াৰ একোৱেই নাই।···অসমীয়াক তেওঁ সকলো দি গৈছিল।' এই বিষয়ে কোনো সন্দেহ নাই যে শংকৰদেৱ এক মহাপ্ৰতিভাবান যুগান্তকাৰী পুৰুষ। কিন্তু কেইবাশ বছৰ আগতে জন্ম লোৱা এজন লোকে— তেওঁ যিমানেই প্ৰতিভাবান আৰু দূৰদৃষ্টিসম্পন্ন নহওঁক—আধুনিক যুগৰ অসমীয়াৰ বাবে জানো 'সকলো দি' যোৱাটো সম্ভৱ? শংকৰদেৱৰ কথা লিখোঁতে ৰাভাই বোধহয় 'সকলো দি' যোৱাটো সম্ভৱ বুলিয়েই ভাবিছিল আৰু সেইবাবে তেওঁ নিৰ্বিধায় লিখিব পাৰিছিল: 'মাৰ্ক্সৰ সাম্যবাদ আৰু গান্ধীৰ গান্ধীবাদৰ আগেয়ে তেওঁ (শংকৰদেৱে) তেনে নীতি প্ৰচাৰ কৰিছিল।' কোৱা বাহুল্য যে মাৰ্ক্সবাদ বিশেষ এটা আৰ্থ-ৰাজনৈতিক অৱস্থাৰ ফচল। গতিকে শংকৰদেৱৰ পৰা মাৰ্ক্সীয় সিদ্ধান্ত আশা কৰাটো যেনেকৈ হাস্যকৰ, ঠিক তেনেকৈ তেওঁৰ চিন্তাত মৌলিক মাৰ্ক্সীয় নীতি আৱিষ্কাৰ কৰিবলৈ হাবিয়াস কৰাটোও দুৰাশা মাত্ৰ।

সহজ কথাত, আমি উদ্ধৃত কৰা ৰাভাৰ দুটোটা উক্তিয়েই অতিৰঞ্জনৰ দোষত দুষ্ট। জাতীয় ঐতিহ্যৰ মাজত আধুনিক যুগতো অসমীয়া জাতিক নেতৃত্ব দিব পৰা একাৰকী সাংস্কৃতিক-সামাজিক মহানায়ক বিচাৰি উলিওৱাৰ প্ৰবল হেঁপাহেই খুব সম্ভৱ ৰাভাৰ এই অতিৰঞ্জনৰ বাবে দায়ী। উল্লেখযোগ্য যে জ্যোতিপ্ৰসাদে কিন্তু দুই-এঠাইত শংকৰী ঐতিহ্যকো কিছু ক্ষেত্ৰত ৰূপান্তৰিত কৰাৰ প্ৰয়োজনৰ ইংগিত আওপকীয়াকৈ দি গৈছে।

ইতিহাস-চৰ্চাৰ জাতীয়তাবাদী প্ৰৱণতাৰ ইয়াতকৈও পৰিষ্কাৰ আৰু পোনপটীয়া নমুনা ৰাভাৰ ৰচনাত পোৱা যায়। আৰ্য্য-শাস্ত্ৰকাৰসকলে সৃষ্টি কৰা কাহিনীবোৰৰ ওপৰত ৰাভাৰ আস্থা আছিল

বুলি ধাৰণা হয়। সেইবাবে তেওঁ কৈছে যে 'নানান পক্ষেৰে সম্ৰাই' পুৰণি কামৰুক কামৰূপ কৰা হ'ল, কামাক্ষী বা কামখী হ'ল কামাখ্যা। একেদৰেই বড়োসকলৰ ডুৰুংবুথুৰ হ'ল ব্ৰহ্মাৰ পুত্ৰ ব্ৰহ্মপুত্ৰ। বৰদৈচিলাৰ আলোচনা প্ৰসংগতো আমি দেখো যে এজন প্ৰকৃত সত্য সন্ধানী ঐতিহাসিকৰ দৰে আৰ্য্যসকলে সৃষ্টি কৰা ৰূপকথাৰ ওপৰত নিৰ্ভৰ নকৰি ৰাভাই বৰদৈচিলাৰ প্ৰকৃত আদি-ৰূপ উদ্ঘাটন কৰিবলৈ যত্ন কৰিছে। ৰাভাৰ মতে বৰদৈচিলা দৰাচলতে বাৰদৈচিখলা নামৰ এগৰাকী গোঁসানী। এই গোঁসানী গৰাকীক বড়োসকলে পূজা কৰিছিল। বড়ো ভাষাত 'বাৰ' মানে বতাহ বা ধুমুহা, 'দৈ' মানে পানী বা বৰষুণ আৰু 'চিখলা' মানে গাভৰু বা গোঁসানী বা অপেশ্বৰী। বিবৰ্তনৰ মাজেদি এই বাৰদৈচিখলাই অৱশেষত বৰদৈচিলা হ'ল। এই বৰদৈচিলাক—এই পুৰণি জনজাতীয় গোঁসানী গৰাকীক—বহুতেই জটায়ুৰ জীয়ৰী আৰু গৰুড়ৰ বোৱাৰী বুলি কয়। বুজিবলৈ অকণো অসুবিধা নহয় যে বৰদৈচিলাক জটায়ু আৰু গৰুড়ৰ লগত যুক্ত কৰা এই ৰূপকথাটো পৰৱৰ্তী কালৰ সৃষ্টি। ৰাভাই এই ৰূপকথাৰ ওপৰত কোনো গুৰুত্ব দিয়া নাই। তেওঁৰ মতে: 'শেষত অসমলৈ আৰ্য্যসকল অহাৰ পিছত এই বৰদৈচিলাকে জটায়ুৰ জীয়ৰী আৰু গৰুড়ৰ বোৱাৰী বুলি কাহিনী এটা ৰচনা কৰে।' ইতিহাসৰ পৰা জনা যায়, আৰ্য্য-সকলৰ সম্প্ৰসাৰণৰ লগে লগে জনজাতীয় দেৱ-দেৱী আৰু নীতি-নিয়মৰ সৈতে নিজৰ দেৱ-দেৱী আৰু নীতি-নিয়মক যুক্ত কৰিবলৈ ভাৰতৰ বিভিন্ন প্ৰান্তত তেওঁলোকে বিচিত্ৰ কিছুমান ৰূপ-কথাৰ সৃষ্টি কৰিছিল। বড়োসকলৰ আদিম গোঁসানী বাৰদৈচিখলা আৰ্য্যসকলৰ এই ৰূপকথাৰ যাদুৰ বলতেই নিশ্চয় জটায়ুৰ জীয়ৰী আৰু গৰুড়ৰ বোৱাৰীলৈ ৰূপান্তৰিত হ'ল। ৰাভাৰ ৰচনাৰ পৰা বুজা যায় যে আৰ্যীকৰণৰ সৈতে আৰ্য্য-সৃষ্ট ৰূপকথাৰ সম্পৰ্কৰ বিষয়ে ৰাভাৰ বিশ্লেষণাত্মক মন সচেতন আছিল। সেইবাবে

তেওঁ ৰূপকথাৰ মায়াজাল ভেদ কৰি অসমীয়া কৃষ্টিৰ আদি-ৰূপ উদ্ঘাটন কৰিব পাৰিছিল।

কিন্তু সকলো ক্ষেত্ৰতে ৰাভাই এই বিশ্লেষণাত্মক মনৰ পৰিচয় দিব পাৰিছে বুলি আমি ভাতি কব নোৱাৰোঁ। কামাখ্যা, কামৰূপ বা ব্ৰহ্মপুত্ৰৰ আদি-ৰূপ বা আদি-নামৰ কথা কওঁতে ৰাভাই আৰ্য্য-সৃষ্ট ৰূপকথাবোৰক পুৰণি অসমৰ প্ৰকৃত ইতিহাস-ৰচনাৰ বাবে নিৰ্ভৰযোগ্য ভিত্তি হিচাপে গ্ৰহণ কৰা নাই। কিন্তু এই একেজন ৰাভাই আৰ্য্যসৃষ্ট ৰূপকথাৰ ওপৰত নিৰ্ভৰ কৰি নিৰ্ভয়ে কি ধৰণৰ সিদ্ধান্তলৈ আহিছে চাওক: 'সেই কাৰণে পুৰাণে কয়, প্ৰথমে জ্যোতি: সৃষ্টি ইয়াতে হৈছিল, সেই কাৰণে কামৰূপক প্ৰাগজ্যোতিষপুৰ বুলিছিল। ইয়াতে হেনো [এই 'হেনো' শব্দটোৱে ৰাভাৰ মনৰ সংশয়ৰ আভাস দিয়ে যদিও তেওঁৰ সিদ্ধান্তত সংশয়ৰ কোনো চিন নাই] আজু ককা ব্ৰহ্মাই বিশ্বব্ৰহ্মাণ্ড সৃষ্টি কৰি দক্ষ আদি সৃজন কৰিছিল। তাৰ পাছত সন্ধ্যা নামে এগৰাকী সৰৰহী দিপ্‌লিপ তিৰোতা তেৰাৰ মানস কমলৰ পৰা ওলাল। তাৰ পাছত কামদেৱৰ সৃষ্টি হ'ল। ব্ৰহ্মাদেৱৰ বৰ অনুযায়ী কামদেৱে কৰ্মশক্তি পালে তাৰ পঞ্চশৰৰ আলম লৈ। তাৰ পৰীক্ষা হ'ল সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ ওপৰতে। সেই পঞ্চশৰৰ গুণত সন্ধ্যাক দেখি ব্ৰহ্মা নিজেই কাম বলীয়া হ'ল। সন্ধ্যাও তেনে ভাৱত ঘামিবলৈ ধৰিলে। সেই ঘামৰ পৰা চৌষষ্ঠি কলাৰ জন্ম হ'ল। গতিকে এই অসমতে চৌষষ্টি কলাৰ জন্ম।'

আৰ্য্য-সৃষ্ট ৰূপকথাৰ ওপৰত ভৰ দি ৰাভাই কিয় অসমকেই চৌষষ্ঠি কলাৰ জন্ম-ক্ষেত্ৰ বুলি নিঃসংকোচে ঘোষণা কৰিলে? অসমৰ ধুনুৰা কৃষ্টি দৰাচলতে আৰ্য্য-দেৱতা ব্ৰহ্মাৰেই সৃষ্টি বুলি ৰূপকথাৰ সহায়ত আৰ্য্যসকলে প্ৰমাণ কৰিব বিচাৰিছে—এনে এটা সন্দেহ কিয় তেওঁৰ মনলৈ নাহিল? বৰ্ত্তমান আলোচনাৰ আৰম্ভণিতে ইতিহাস-চৰ্চাৰ জাতীয়তাবাদী ধাৰা বা প্ৰৱণতা সম্পৰ্কে আমি যিখিনি কথা থোৱাতে উল্লেখ কৰিছোঁ তাৰ মাজতেই এই প্ৰশ্নবোৰৰ উত্তৰ পোৱা যাব। আমি জানো যে জাতীয়তাবাদী ঐতিহাসিক

বা তেনে ভাৱধাৰাৰ দ্বাৰা অনুপ্ৰাণিত অথবা প্ৰভাৱিত ঐতিহাসিকৰ ৰচনাত অতীত সম্পৰ্কে এক অতিৰঞ্জিত ধাৰণাই প্ৰাধান্য পায়; আত্মশ্ৰেষ্ঠতা প্ৰমাণ কৰিবলৈ বা অতীত গৌৰৱ প্ৰতিষ্ঠা কৰিবলৈ এনে ঐতিহাসিকসকল বিশেষভাবে তৎপৰ হৈ পৰে। আমাৰ ধাৰণা, জাতীয়তাবাদী ভাৱধাৰাৰ প্ৰেৰণাৰ নিমিত্তেই ৰাভাই আৰ্য্য-সৃষ্ট কৃষ্টি সম্পৰ্কীয় ৰূপকথাটো নিজৰ সিদ্ধান্তৰ নিভৰযোগ্য ভিত্তি হিচাপে গ্ৰহণ কৰিবলৈ অকণো দ্বিধা নকৰিলে। কাৰণ, এই ৰূপকথাৰ সহায়ত ৰাভাই 'প্ৰমাণ' কৰিব পাৰিলে অতীত অসমৰ কৃষ্টিগত শ্ৰেষ্ঠতা, তেওঁ 'প্ৰমাণ' কৰিব পাৰিলে অসমৰ অতীত-গৌৰৱ আৰু সমৃদ্ধি।

পৰিশেষত এটা গুৰুত্বপূৰ্ণ কথা উল্লেখ নকৰিলে আমাৰ এই আলোচনাটিৰ বিষয়ে বিভ্ৰান্তি ওপজাৰ কিম্বা ই বিভ্ৰান্তি সৃষ্টি কৰাৰ সম্ভাৱনা আছে। কথাটো হ'ল, আমি ইতিহাস-চৰ্চাৰ যি জাতীয়তাবাদী প্ৰৱণতাৰ কথা উল্লেখ কৰিলোঁ সি ৰাভাৰ ৰচনাৰ মূল বা প্ৰধান প্ৰৱণতা নহয়। দৰাচলতে আৰ্য্যকেন্দ্ৰিক দৃষ্টিভংগীৰ বিপৰীতে এক বস্তুনিষ্ঠ দৃষ্টিভংগী প্ৰৱৰ্তন কৰাটোৱেই অসমৰ ইতিহাস-চৰ্চাৰ ক্ষেত্ৰত ৰাভাৰ শ্ৰেষ্ঠতম অৱদান। তদুপৰি আমি এই কথা মনত ৰখাও উচিত হ'ব যে ৰাভাৰ ৰচনাত কেতিয়াবা দেখা দিয়া জাতীয়তাবাদী প্ৰৱণতা সাম্প্ৰদায়িকতা-মুক্ত আছিল। বহুক্ষেত্ৰত জাতীয়তাবাদৰ উগ্ৰ আৰু অন্ধ প্ৰকাশেই সাম্প্ৰদায়িকতা যদিও ইতিহাস-চৰ্চাৰ ক্ষেত্ৰত এই দুইবিধ ভাৱধাৰাৰ অভিব্যক্তিৰ মাজত কিছু গুৰুত্বপূৰ্ণ পাৰ্থক্যও লক্ষ্য কৰা যায়। চমুকৈ কবলৈ গলে পাৰ্থক্যটো হ'ল: ইতিহাস-চৰ্চাৰ জাতীয়তাবাদী ধাৰাটোৰ অন্যতম প্ৰধান বৈশিষ্ট্য হ'ল জাতীয় ঐতিহ্যৰ শ্ৰেষ্ঠতা প্ৰমাণ কৰা; অন্যহাতেদি, বিদ্বেষপূৰ্ণ বিষোদ্‌গাৰেই সাম্প্ৰদায়িকতাবাদী ধাৰাৰ এটা প্ৰধান চাৰিত্ৰিক বৈশিষ্ট্য। সুখৰ কথা যে ৰাভাৰ ৰচনাত জাতীয় গৌৰৱ-প্ৰতিষ্ঠাৰ প্ৰচেষ্টা কেতিয়াবা দেখা গলেও সাম্প্ৰদায়িক বিষোদ্‌গাৰৰ চিন-মোকাম পাবলৈ নাই।



## স্মৃতিলেখা

১৯৪৫ চনৰ পৰা বাইজৰ মাজত জপিয়াই পৰি বহু সভা-সমিতিৰ যোগে ৰাইজৰ প্ৰতি মোৰ কৃতজ্ঞতা যাচিছিলোঁ। তেতিয়াৰ পৰাই ভাৰতৰ বিপ্লৱী সাম্যবাদী দলৰ লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ লগত পৰিচিত হৈ আৰু লেনিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ আশাত প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত ৰাইজৰ হিয়াৰ আমঠু, ৰাইজৰ প্ৰাণৰ লগৰী আৰু ৰাইজৰ লগত একেলগে মিলিজুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰোঁ।

( ৰচনাৱলী ১ম খণ্ড পৃঃ ৩৬ )

# সমকালীন সমাজ আৰু ৰাভাৰ ৰাজনৈতিক জীৱন

—চন্দ্ৰধৰ গোস্বামী

আমি যিখন সমাজত ডাঙৰ দীঘল হৈছিলোঁ সেইখন সমাজ অতি কটকটীয়া আৰু ৰক্ষণশীল আছিল। বিচাৰতকৈ আচাৰ প্ৰধান আৰু জাত পাতৰ পাৰ্থক্য বৰ বেছি আছিল। ব্ৰাহ্মণসকলৰ ঘৰলৈ শূদ্ৰসকল আহিলে তেখেতসকলক বহিবলৈ দিয়া হৈছিল এখন পিৰা, চাহ আদি খাবলৈ দিবলৈ বেলেগ বাচন আছিল। শূদ্ৰ বহা আসনত ব্ৰাহ্মণ নবহিছিল। প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ নোহোৱাকৈ গান গোৱা, কেনো বাজনা বজোৱা, অভিনয় কৰা নিষেধ আছিল। কোনোবাই এনে কাম কৰিলেও সেই ল'ৰা নষ্ট হ'ল বুলি ধৰি লোৱা হৈছিল আৰু তেওঁক কঠোৰ শাস্তি দিয়াৰ ব্যৱস্থা আছিল। স্কুলত শিক্ষকসকলে হাতত এডাল সৌকা বেত নোলোৱাকৈ শ্ৰেণীত নোসোমাইছিল আৰু কিবা এটা প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলেই গৰু মৰিওৱাদি বেতেৰে কোবাইছিল। তথাপি কিন্তু শিক্ষক সকলক প্ৰগাঢ় ভক্তি কৰা হৈছিল। নৱম দশম শ্ৰেণীৰ ছাত্ৰ সকলকো ভক্তি কৰা হৈছিল আৰু তেখেতসকলৰপৰা সদায় দূৰত থকা হৈছিল। শাক্ত শৈব বৈষ্ণৱ সকলৰ মাজত বিভেদ প্ৰকট আছিল, বৈষ্ণৱসকলে শাক্তৰ ঘৰত খোৱা-বোৱা নকৰিছিল, পূজা-পাতললৈ যোৱাটো দূৰৰ কথা, কিন্তু আটাইৰে মাজত ব্যক্তিগত ভাবে বৰ মিল আছিল। কাৰোবাৰ ঘৰত বেমাৰ-আজাৰ হ'লে পাৰাৰ মানুহখিনিয়ে উধাতু খাই সকলো প্ৰকাৰে সহায় কৰিছিল। গধূলি পঢ়া শেষ হোৱাৰ পিছত মাই ভাত বাজে।

আমি বাৰান্দাত পিৰা পাৰি মাৰ পৰা নানা সাধুকথা ৰামায়ণ মহাভাৰতৰ কথা, ৰাজকন্যা আৰু যখিনীয়ে আবদ্ধ কৰা ৰাজ কইনাৰ কথা শুনিছিলোঁ। যখিনীয়ে বোলে তেওঁৰ কলিজাখন শুকান লাও খোলাৰ মাজত থৈ দিয়ে। ৰাজকুমাৰ আহি সেই লাওখোলা ভাঙি দিয়ে। যখিনী মৰি যায় আৰু ৰাজকুমাৰে ৰাজকন্যাক উদ্ধাৰ কৰি নি বিয়া কৰায়। এনে অনেক সাধু শুনি আমাৰ কোমল মনবোৰত নানা কল্পনাই ঠাই লয়। যখিনী, ভুত প্ৰেত, বুঢ়া ডাঙৰীয়াৰ প্ৰতি প্ৰবল বিশ্বাস আছিল আৰু ভীষণ ভয়া আছিল। যখিনীয়ে বোলে সন্ধ্যা এটা কোমোৰাৰ ৰূপ লৈ মানুহৰ ভৰিৰ মাজেৰে পাৰ হৈ গৈ মানুহজনক মাৰি পেলায়। সেই ভয়ত আমি সন্ধ্যা সময়ত ওচৰৰ দোকানলৈ যাব লগা হ'লে ভৰি মেলি খোজ নাকাঢ়ি খুপি খুপি গৈছিলোঁ। বুঢ়া ডাঙৰীয়া বোলে ওখ, বগা কাপোৰ পিন্ধি বগা পাগ মাৰি বগা ঘোৰাত উঠি ঘূৰে আৰু তেওঁ ডাঙৰ গছত থাকে। সেই কাৰণে আমি ডাঙৰ গছৰ তলেদি অহা যোৱা নকৰিছিলোঁ। সেই সময়ত তিৰোতা মানুহে অভিনয় কৰা দূৰৰ কথা মঞ্চত উঠি গানো গাব নোৱাৰিছিল। প্ৰেক্ষাগৃহত মুনিহ তিৰোতাই একেলগে বহি অভিনয় চাব নোৱাৰিছিল। সেইকাৰণে মহিলাসকলৰ কাৰণে বেলেগ এখন কাঠেৰে ওখ চাং সাজি দিছিল। এই চাঙৰ আগত বাঁহৰ চিক আঁৰি দিয়া হৈছিল। ইমান আবুৰৰ মাজত হে মহিলাসকলে অভিনয় উপভোগ কৰিব পাৰিছিল। মই এই দুয়োটা প্ৰথাৰ বিৰুদ্ধে বিপ্লৱ কৰোঁ। মোৰ পৰিবাৰ শ্ৰীমতী নিৰুপমা গোস্বামীৰ হতুৱাই মঞ্চত গান গোৱাও আৰু একেলগে প্ৰেক্ষাগৃহত বহি অভিনয় চাওঁ। বোৱাৰীয়ে গান গোৱা আৰু প্ৰেক্ষাগৃহত থিয়েটাৰ চোৱাৰ কাৰণে গৰিহণাৰ পাত্ৰ হৈ পৰিছিলোঁ। সেই সময়ত কিন্তু এটা process of assimilation আৰম্ভ হৈছিল। বহুত কছাৰী মানুহে শৰণ লৈ কোচ উপাধি গ্ৰহণ কৰিছিল আৰু তেওঁলোকে নামঘৰত সোমোৱাৰ অধিকাৰ পাইছিল।

চুৰা ধুতিৰ বিচাৰ এৰ বেছি আছিল। আগদিনা ৰাতি খোৱা বাচন আওখালি থলেও পুৱা সেইবোৰ বাহী চুৱা হৈ পৰিছিল। বাহী চোতালত গৃহস্থই ভৰি দিব নাপায় কাৰণে গৃহিনী পুৱাই উঠি পদূলি মুখলৈকে চোতাল সাৰি বাহী বাচন ধুই গা ধোৱে। ৰান্ধনীৰ কাৰণে পাকঘৰতে এজোৰ ৰঙা সুতাৰে বোৱা চাদৰ বা ৰিহা মেখেলা থাকে। গা ধুই তিতা গাৰে পাকঘৰলৈ গৈ তিতা কাপোৰ সোলোকাই ৰঙা ৰিহা মেখেলাখন পিন্ধি লয়। সেই যে পিন্ধি ললে ৰান্ধনী ঘৰত সোমাল ৰাতি সকলোবে খোৱা-বোৱা হৈ নুঠালৈকে পাকঘৰৰ ভিতৰত থাকে। তাত আত্মীয়াকৈ ৰখা কঠ বা পাটীত দিনৰ বেলা অলপ শুই ভাগৰ পলুৱায়। আখলত ৰন্ধাৰ ভাৰ ...... দিওঁতেও আগদিনা লঘোনে ৰাখি পিছদিনা পৰাচিত কৰি লৈহে ৰান্ধনীৰ বাব ...... দিছিল। ঘৰৰ কামবন কৰাৰ বাহিৰে মহিলাসকলৰ আন কোনো কাম নাছিল। অৱশ্যে স্বামীৰ লগত অভিনয় চাবলৈ গৈছিল মহিলা গেলাৰীত বহি। সেই সময়ত পতিৰ পদজল নোখোৱাকৈ কোনো ব্ৰাহ্মণৰ মহিলাই একো মুখত নিদিছিল। আমাৰ ঘৰত বৰ সৰু কাঁহৰ বাটি আছিল আৰু তাকে দেউতাৰ ওচৰলৈ মাই পঠাই দিছিল। দেউতাই বুঢ়া আঙুলিটোৰে অলপ পানীখিনি চুই দিয়ে। মাই সেই পদজল খাইহে জলপান আদি খাইছিল। এই নিয়ম তেতিয়া প্ৰত্যেক ব্ৰাহ্মণৰ ঘৰত আছিল।

অকল যে ব্ৰাহ্মণ সকলে শূদ্ৰসকলৰ তাত ভাত নাখাইছিল এনে নহয় শূদ্ৰসকলেও ব্ৰাহ্মণক ভাত খুউৱাটো পাপ বুলি গণ্য কৰিছিল। প্ৰবেশিকা পৰীক্ষা পাছ কৰি নগাৱঁত থকা মামাৰ ঘৰলৈ যাওঁ। জাহাজেৰে শিল ঘাটলৈ যাব লাগে। তাৰ পৰা পিছদিনা পুৱা ৰেলেৰে নগাঁৱলৈ যাব লাগে গতিকে ৰাতিটো জখলাবন্ধাত থাকিব লগা হ'ল। পুষ্প খাউণ্ডৰ পৰিয়ালতে থকাৰ ব্যৱস্থা কৰি কলো "..........বেলেগে একো কৰিব নেলাগে। মই আপোনা-লোকৰ হাতেৰে খাম।" খাউণ্ডৰ মাতৃৱে কলেহি "বাপুটি তুমি

খাম বুলিলেইতো আমি তোমাক খাবলৈ দিব নোৱাৰোঁ। বামুণৰ ল'ৰাক ভাত খুৱাই আমি ৰৌ ৰৌ নৰকত পৰিব নোৱাৰোঁ। বোৱাৰী সকলে যতনাই দিব, তুমি ম'থো লৰাই বগৰাই ভাত মুঠি সিজাই মাছৰ জোলকণ ৰান্ধি খোৱা। গোসাঁই ঘৰতে সকলো ব্যৱস্থা কৰি দিয়া হৈছে।" অগত্যা সেইমতেই ৰান্ধি খাব লগা হ'ল। ব্ৰাহ্মণসকলক প্ৰাধান্য দিবলৈ এনেকৈ বহু বিচাৰবিহীন আচাৰ বা নিয়মৰ প্ৰচলন আছিল।

সেই সময়ত মণিপুৰৰ পৰা অহা সুন্দৰ মিঠা আৰু সৰু সৰু চাউল টকাত ১২ সেৰকৈ পোৱা গৈছিল। বাকী ইয়াৰ লাহি চাউল টকাত ১৬ সেৰকৈ আৰু মোটা চাউল ১৮ সেৰকৈ পোৱা গৈছিল। গাঁৱত barter system চলিছিল। মাছৰ দাম ধানৰ দোনৰ হিচাবত স্থিৰ কৰা হৈছিল। তেতিয়া মাছ কেজি হিচাবে বিক্ৰী হোৱা নাছিল। খুতুৰা খুতুৰ কৰি ৰাখে। আধাকেজি ওজনৰ এখুতৰা মাছৰ দাম আছিল ছয় অনা। ডাঙৰ মাছৰ মুৰটোৰ দাম আছিল আঁঠ অনা। পানী নিদিয়া গাখীৰ টকাত ৮ সেৰ। সেই সময়ৰ মানুহে খোৱা বস্তুত ভেজাল দিয়াৰ কথাটো সপোনতো ভবা নাছিল। খাটি ঘিউ সেৰে ।।- আঁঠ অনা চেনি সেৰে ।- চাৰি অনা।

গাঁৱৰ আত্মৰন্ত সকলৰ ঘৰত ভৰালত ধান গোহালীত গৰু, বাৰীত শাকপাচলি, ভোল জিকা, লাও। সকলো বস্তু ঘৰতে হয়। কাপোৰৰ বাহিৰে আন একোকে কিনিব লগা নহৈছিল।

সেই সময়ত আৰু এটা নিয়ম আছিল যে পোন্ধ নমৰাকৈ খোজ কাঢ়িব নাপায়। গতিকে কানুৰ কাৰণে দেউতাই পেন্ট পিন্ধিব লগা হোৱাত ৭ হাতী ধুতি এখন তলত পিন্ধি গোন্ধটো মাৰি তাৰ ওপৰত পেন্ট পিন্ধিছিল। আমাৰ দিনত মাত্ৰ দুসাজ কাপোৰ পাইছিলো। আচাৰ ব্যৱহাৰ, কথা বতৰা বৰ মাজিত আছিল। এখন দহ অনা দামৰ ধুতি, এটা কামিজ আৰু ফটা

বল খেদিবলৈ ছাত্ৰিৰ কাপোৰৰ কলা হাফপেণ্ট এটা আৰু বনিয়ন এটা। প্ৰবেশিকা পাচ নকৰালৈ জোতা পিন্ধিবলৈ দিয়া হোৱা নাছিল। এনে ধৰণৰ বাধা নিষেধ আৰু আদিৰ মাজতেই আমি মানে মই "ফণী শৰ্মা, "বিষ্ণুৰাভা ডাঙৰ দীঘল হৈছিলোঁ, সেইবোৰৰ প্ৰভাৱ বহুদিনলৈ আমাৰ মনৰ পৰা আঁতৰা নাছিল। অপৰ্য্যাপ্ত খোৱা বস্তুৰ পয়োভৰৰ মাজত ডাঙৰ হৈছো। "ফণী শৰ্মাৰ দেউতাকৰ বুঢ়া চাপৰিত এটা গৰু মহৰ খুটি আছিল। তেওঁলোকৰ ঘৰত ঘিউ অপৰ্য্যাপ্ত পৰিমাণে আছিল। আমি চাহৰ কেটলিত ঘি গৰম কৰি পিয়লাত এগিয়ালাকৈ খাইছিলোঁ।

সেই সময়ৰ সৰহভাগ উকীল শিক্ষক বঙালী আছিল। তেজপুৰত নিজ ৰবীয়ালৈ ব্যৱসায় কৰা ডাক্তৰ মাত্ৰ দুজন আছিল। "হেমচন্দ্ৰ দাস আৰু "সুৰেন্দ্ৰ মোহন সেন তেতিয়া মেলেৰীয়াৰ প্ৰকোপ অতি প্ৰবল থকাত তেখেত সকলৰ উপাৰ্জ্জনো বেচ্ হৈছিল। ভিজিত যদিও মাত্ৰ দুটকা আছিল।

বিষ্ণুৰাভাই যে ৰাজনীতিৰ ফালে চাল খাব তাক "ফণী শৰ্মা আৰু মই ভাবিবই পৰা নাছিলোঁ। স্কুলত পঢ়া কালত ৰাভাই অৱশ্যে কংগ্ৰেছৰ আন্দোলনত ভাগ লৈছিল। তেখেতৰ বক্তৃতাবোৰ সদায় সংস্কৃতিৰ বিষয়ে আছিল। তেখেতৰ আমাৰে সকলো ধৰণৰ কথা খোলা-খুলি ভাবে আমাৰ মাজত হৈছিল। ৰাভাই কেতিয়াও ৰাজনীতিৰ বিষয়ে আমাৰ লগত কথা পতা বা কোৱা নাছিল। অসমৰ অঙ্গচ্ছেদ কৰি নগা পৰ্ব্বত আৰু খাচি পৰ্ব্বতক পৃথক ৰাজ্য কৰি দিয়াত ৰাভাই প্ৰকাশ্যভাৱে তাৰ বিৰুদ্ধে মাত মাতে। তেখেতে তীব্ৰ সুৰত কৈছিল "মোৰ হিয়াৰ আমঠুৰ এডোখৰ এডোখৰ কৰি কাটি নিছে।" এয়ে তেখেতৰ প্ৰথম ৰাজনৈতিক বক্তৃতা। অসমৰ অঙ্গচ্ছেদৰ বিৰুদ্ধে অকল তেখেতেই হে প্ৰকাশ্যে তীব্ৰ প্ৰতিবাদ কৰিছিল।

ছিৰাজ কথাছবিৰ সকলো কাম শেষ কৰি আমি তিনিও উত্তৰ

আহিম। ফনীশৰ্মা আছিল শ্ৰীনিকেতনত ৰাভা আছিল শান্তিনিকেতনত আৰু মই আছিলো হোটেল ৰয়েলত। আটাইকেইটা হোটেলত। অহাৰ আগদিনা ফণী শৰ্মা আৰু মই শান্তিনিকেতনলৈ আহো ৰাভাক লগ পাবলৈ। কিন্তু ৰাভাৰ কোঠাৰ দুৱাৰত তলা লগোৱা থকা দেখা পাও। তেখেত সোনকালে উভতি আহিব বুলি আমি আধা ঘণ্টামান অপেক্ষা কৰাৰ পিচত ৰাভা ওলালহি। পিন্ধনত এখন ধুনীয়া শান্তিপুৰী ধুতি, গাত নমৰবৰ (ছাপ সৈতে এটা নতুন পাঞ্জাবী আৰু ওবিত নতুন এজোৰ কাবুলী চেণ্ডেল। মই সুধিলো "বিষ্ণুকন্টাইদেউ, এইটো কি বেশ ধৰিলে।" তেখেতে ক'লে, 'এহ নকবা দেও হে, খোৱাঙৰ যুবসমাজে এখন মিটিং পাতিছে। তালৈকে মোক নিমন্ত্ৰণ কৰি কলিকতাৰ পৰা যোৱা খৰচখিনি পঠিয়াই দিছে। টিকটতো তোমালোকে কৰিয়েই থৈছা। মই ভাবিলো সেই-খিনি টকাৰে মিটিঙৰ পোছাক এসাজ কিনি লওঁ। তাকে কিনি তুমি দিয়া কাপোৰখিনি...... ...এটা আলমাৰিৰ পিছত থৈ আহিছোঁ। গলেই পাবা।"

পিছদিনা আমি অসমলৈ উভতিলো। বসিয়াত নামি ৰাভাই ক'লে 'তোমালোকে যোৱা মই সপ্তমীৰ দিনা বান থিয়েটাৰৰ থিয়েটাৰ পোৱাকৈ আহিম।" সেই যে ৰাভা গ'ল আৰু ঘূৰি নাহিল। তাতে তেখেতে R.C.P.I. দলত যোগ দি তেখেতৰ ৰাজনৈতিক জীৱন আৰম্ভ কৰে। নালিয়াপুলৰ ঘটনাৰ লগত তেখেত জড়িত নাছিল। পুলিচে কিন্তু তেখেতকো সাঙুৰি ল'লে। তাৰ পিচত তেখেতে অসমৰ টমুৰৰ পৰা সিমূৰলৈ এক বিৰাট কৃষক বিপ্লৱ গঢ়ি তোলে অসমৰ প্ৰতি গাঁৱে ভুঞে তেখেতে বিদ্ৰুলী সঞ্চাৰেৰে এই আন্দোলন তীব্ৰ কৰি তোলে। তেখেতৰ পিচে পিচে চোৰাংচোৱা। মাটিৰ মালিকসকলে আধিয়াৰ সকলক যিভাৱে শোষণ কৰিছিল তাৰ বিৰুদ্ধেই তেখেতৰ এই বিপ্লৱ। অগ্নিময়ী বক্তৃতাত আধিয়াৰ সকল উদ্দীপ্ত হৈ উঠিল। তেখেতসকলে আন্দোলনত ভাগ ল'লে। সেই সময়ছোৱাত বিষ্ণুৰাভা এটি কিম্বদন্তি হৈ পৰিছিল। নানা ভাবে তেখেতৰ বিষয়ে

মানুহৰ মনত কল্পনাই ঠাই লবলৈ ধৰে। ৰাভাৰ সভাত হাজাৰ হাজাৰ মানুহৰ ভিৰ হয়। এই কর্ম উন্মাদনাত মাটিৰ মালিকসকল আৰু চৰকাৰ আতঙ্কিত হৈ উঠিল। চৰকাৰে ঘোষণা কৰিলে বিষ্ণুৰাভাক জীৱিত বা মৃত অৱস্থাত ধৰি দিব পাৰিলে দহ হাজাৰ টকা পুৰস্কাৰ দিব। সেই দহ হাজাৰৰ কাঁইটীয়া মুকুটটো মূৰত পিন্ধি ৰাভাই নিশ্চিন্তে আৰু নিৰ্ভয়ে আন্দোলনত লাগি আন্দোলনক আৰু অধিক তীব্ৰ কৰি তোলে। শোষিত সকলৰ কাৰণে নিজৰ মূৰটো বলিশাললৈ আগবঢ়াই দি নিজৰ সকলো সুখ বিসৰ্জন দিছিল। তেখেতৰ বিৰুদ্ধে অভিযোগ আছিল ...... হত্যা সহ লুণ্ঠন, ৰাষ্ট্ৰৰ বিৰুদ্ধে যুদ্ধ কৰা আৰু Arms Act ৰ ধাৰাত। আগৰ প্ৰতিটো ধাৰাৰে শাস্তি আছিল মৃত্যু দণ্ড বা আজীৱন কাৰাবাস। ৰাভা কিন্তু নিৰ্ভয় আৰু নিশ্চিন্ত। ১৯৫৩ চনলৈকে ৰাভা R.C.P.I. ৰ সক্ৰিয় সদস্য আছিল।

অকণমান ভুলৰ কাৰণে ৰাভা ধৰা পৰিল, ৬ বছৰ কাল আত্ম গোপন কৰি আন্দোলন পৰিচালনা কৰাৰ পিচত। তেখেতৰ বিচাৰ আৰম্ভ হয়। Arms Act ৰ ধাৰাৰ বাহিৰে বাকী আটাইবোৰ ধাৰা তেখেতৰ বিৰুদ্ধে প্ৰমাণিত নহ'ল। কিন্তু তেখেত ধৰা পৰাৰ সময়ত তেখেতৰ লগত এটা পিস্তল পোৱাত Arms Act ৰ ধাৰাত তেখেতৰ ১১ মাহ ফাটেক হয়। জেইলৰ পৰা ওলাই তেখেতে R.C.P.I. ৰ সদস্য পদ ইস্তফা দি কম্যিউনিষ্ট পাৰ্টিত যোগ দিয়ে।

ৰাভাৰ ৰাজনৈতিক দৰ্শন আছিল মাৰ্ক্সবাদ। মৃত্যুৰ সময়লৈকে তেখেতে বিশ্বাস কৰিছিল যে একমাত্ৰ মাৰ্ক্সবাদৰ জৰিয়তেহে সমাজৰ শোষিত দৰিদ্ৰ জনতাৰ মুক্তি আহিব পাৰে। কম্যিউনিষ্ট সকলে পতা সভাবোৰত তেখেতৰ বক্তৃতাত আগৰ সেই কোমল সুৰ শুনিবলৈ পোৱা নগৈছিল। তেতিয়াৰ বক্তৃতাবোৰ আছিল বৰ তেজাল। মাৰ্ক্সবাদৰ বিষয়ে কৈ তেখেতে চৰকাৰ আৰু শোষণকাৰীক তীব্ৰ

ভাষাত আক্ৰমণ কৰিছিল। মৃত্যুৰ সময়লৈকে তেখেতে মাৰ্ক্সবাদৰ প্ৰচাৰ কৰিয়েই গ'ল। কিন্তু তেখেতৰ এটা প্ৰবল শিল্পীমন থকাত তেখেত সৈনিক হৈয়ে থাকিল সেনাপতি হ'ব নোৱাৰিলে।

তেজপুৰৰ পৰা নিৰ্দ্দলীয় প্ৰাৰ্থী হিচাবে বিধান সভালৈ ৰাভাক নিৰ্বাচিত কৰি তেজপুৰীয়া ৰাইজে ৰাভাৰ প্ৰতি শেষ শ্ৰদ্ধা দেখুৱাইছিল। এম, এল, এ হোৱাৰ কিছুদিনৰ পিচতে মোক এদিন ৰাভাদেৱে কৈছিল "বুইছা চন্দ্ৰ, চৰকাৰৰ ভিতৰখন মই দেখিলোঁ। ভিতৰি ফোঁপোলা. দুখীয়াৰ নামত বহুত কিবা-কিবি কৰিম বুলি কয়—আচনিও কৰে। কিন্তু সকলো ফুটুকাৰ ফেন। এজন দৰিদ্ৰ ৰাজধানী শ্বিলঙলৈ আহিলে যিখিনি অনাদৰ পায়, এজন ধনী ব্যৱসায়ী আহিলে তাৰ বিপৰীতে প্ৰচুৰ সন্মান পায়। কথা আৰু কামৰ মাজত এই যে পাৰ্থক্য তাক লৈ কংগ্ৰেছ চৰকাৰৰ দ্বাৰা প্ৰকৃত একো কাম নহয়। দৰিদ্ৰ জনক জগাই তুলি তেওঁলোকক ওপৰলৈ উঠাবলৈ একমাত্ৰ মাৰ্ক্সবাদী সমাজ ব্যৱস্থাইহে উপযুক্ত পন্থা।" এয়ে আছিল বিষ্ণু ৰাভাৰ ৰাজনৈতিক জীৱনৰ ধ্যান ধাৰণা। তেখেতৰ আন্দোলনৰ ফলস্বৰূপেই বৰ্ত্তমানৰ আধিয়াৰ আইনখন আৰু ভূমি সৰ্ব্বোচ্চ পৰিমাণ নিৰ্দ্দিষ্ট কৰাত অৰিহণা যোগাইছিল।

# কমৰেড্ বিষ্ণুৰাভা

—অৰবিন্দ ঘোষ

মই অতি বিনয়েৰে স্বীকাৰ কৰিবলৈ বাধ্য হৈছো যে কমৰেড্ বিষ্ণুৰাভাৰ শিল্পীজীৱন সম্বন্ধে বিশেষ জনা নাছিলো। কিন্তু তেখেতৰ ৰাজনৈতিক জীৱন সম্বন্ধে মোৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰা এটি চমু আভাস দিবলৈ চেষ্টা কৰিলো। এটা কথা আমি লক্ষ্য কৰিছো যে একশ্ৰেণী শিল্পী সাংবাদিকে বৰ্ত্তমান অসমত বিষ্ণুৰাভাৰ বৈচিত্ৰপূৰ্ণ ৰাজনৈতিক জীৱন ধূলিসাৎ কৰিবলৈ সক্ৰিয় প্ৰচেষ্টা চলাই আছে। তেখেতক কেৱল কলাগুৰু হিচাপেহে জনগণৰ সন্মুখত উপস্থাপিত কৰা হ'ব লাগিছে। সেই ধাৰণাটো যে ভুল আৰু একপক্ষীয় তাকহে মই ব্যাখ্যা কৰিম।

কমৰেড্ ৰাভাৰ লগত মোৰ প্ৰথম পৰিচয় যদিও ১৯৪৩-৪৪ চনত কিন্তু প্ৰত্যক্ষ আৰু অন্তৰঙ্গ পৰিচয় হৈছিল ১৯৪৯ চনতহে— যেতিয়া মই আৰু আন আন কমৰেড্ সকলৰ লগত অসমৰ হিমুৰৰ পৰা সিমুৰলৈ আত্মগোপন কৰি সাধাৰণ মানুহক শোষণ, নিষ্পেষণৰ বিৰুদ্ধে আৰু কংগ্ৰেছৰ জনবিৰোধী প্ৰতিক্ৰিয়াশীল নীতিৰ বিৰুদ্ধে এখন শোষণহীন সমাজ প্ৰতিষ্ঠাৰ বাবে সংগঠিত কৰাৰ চেষ্টা কৰিছিলো। এই স্মৃতিচাৰণ কৰিবলৈ যাওঁতে মোৰ ব্যক্তিগত কেতবোৰ কথাও আহি যাব পাৰে। আশাকৰো পাঠক সমাজে তাৰ বাবে মোক ক্ষমা কৰিব।

আমি যেতিয়া আত্মগোপন কৰি থাকো তেতিয়া এদিন মই ৰাভাক সুধিছিলো "সুন্দৰ এটি শিল্পীজীৱন পৰিত্যাগ কৰি তুমি

কিন্তু পাহাৰে-জংঘলে, হাবি-বননিত অবৰ্ণনীয় দুখ-কষ্টৰ ভুক্তভোগী হৈছাহি ?" তেতিয়া তেখেতে ক'লে— 'মই কেইদিনমান আগতে পৃথিৱী খ্যাত ইংৰাজ পণ্ডিত খ্ৰুষ্টফাৰ কড্‌ৱেলৰ দুখনমান কিতাপ পঢ়াৰ সুযোগ পাইছিলো । এখনৰ নাম Studies in dying culture আৰু আনখন হৈছে Illusion and Reality ।" খ্ৰুষ্টফাৰ কড্‌ৱেলৰ জীৱনটোৱেই হৈছে বৈশিষ্ট্যময় । যেতিয়া স্পেইন দেশত একনায়কত্ববাদৰ বিৰুদ্ধে গণতান্ত্ৰিক আন্দোলন সংঘটিত হৈছিল তেতিয়া পৃথিৱীৰ বিভিন্ন দেশৰ বিশেষকৈ সমাজতান্ত্ৰিক দেশসমূহৰ পৰা শ শ গণতন্ত্ৰ প্ৰিয় বুদ্ধিজীৱী গণতন্ত্ৰ ৰক্ষা কৰিবলৈ স্পেইনত আহি উপস্থিত হৈছিল । সেই সময়ত খ্ৰুষ্টফাৰ কড্‌ৱেলৰ বয়স আছিল ৩৩ বছৰ । তেওঁ গণতন্ত্ৰ ৰক্ষাৰ সংগ্ৰামৰ প্ৰতি উদ্বুদ্ধ হৈছিল আৰু মন প্ৰাণ উৎসৰ্গি গৈছিল হাজাৰ হাজাৰ গণতন্ত্ৰৰ প্ৰিয় স্পেইনবাসীৰ মাজলৈ । অতি কম বয়সৰ ভিতৰতেই তেওঁ বুদ্ধি-জীৱী মহলত উচ্চ আসন লাভ কৰিবলৈ সমৰ্থ হৈছিল । তেতিয়া তেখেতে স্পেইনৰ গৃহযুদ্ধত গণতন্ত্ৰ ৰক্ষাকাৰী ব্যক্তিসকলৰ দুখৰ সমভাগী হ'বলৈ ওলাল । সেই সময়ত যেতিয়া লণ্ডনৰ প্ৰখ্যাত বুদ্ধিজীৱীসকলে তেওঁক যাবলৈ বাধা কৰিছিল তেতিয়া তেওঁ কৈছিল —"Time has come when I should drop the pen and take up the sword for the cause of common people" কমৰেড্ বিষ্ণুৰাভাই কড্‌ৱেলৰ এই ঐতিহাসিক ব্যাখ্যা মনে প্ৰাণে গ্ৰহণ কৰিছিল আৰু সাম্যবাদী সশস্ত্ৰ সংগ্ৰামত দৃঢ়মনে জপিয়াই পৰিছিল ।

অসমৰ বহুত ধনী বুদ্ধিজীৱী, সাংবাদিক, ৰাজনীতিবিদ বন্ধুৱে তেখেতক তেনেকুৱা এটা জীৱন আৰম্ভ নকৰিবলৈ অনুৰোধ কৰিছিল আৰু এটি সুখী সমৃদ্ধিশালী জীৱন যাপনৰ প্ৰতিচ্ছবি দাঙি ধৰিছিল । সাধাৰণ মানুহৰ প্ৰতি গভীৰ প্ৰেম আৰু শ্ৰদ্ধা থকাৰ কাৰণেই তেখেতে এনে এটি কণ্টকৰ জীৱনাকেই চিনাক্ত কৰি ল'লে ।

দুখীয়া, হোজা, বনুৱাৰ মুক্তিৰ বাবে তেখেতে অৰ্থ, মান, সন্মান সকলোকে পৰিত্যাগ কৰি সাম্যবাদী আন্দোলনত আত্মাহুতি দিলে।

মোৰ দীঘ রাজনৈতিক জীৱনত বহুতো জীৱিত মৃত ৰাজনৈতিক কর্মী লগ পাইছো। কিন্তু এই ধৰণৰ নিস্বাৰ্থ নিষ্ঠাবান দৃঢ়মনা নেতা মোৰ চকুত কম পৰিছে। সেই সময়ত বিপ্লৱী সাম্যবাদী দলৰ নেতা কমৰেড্ সৌমেন্দ্রনাথ ঠাকুৰে এদিন দুখ কৰি কৈছিল যে বিষ্ণুৰাভাৰ দৰে এজন প্রতিভাসম্পন্ন ব্যক্তিয়ে যি ধৰণে অসমৰ মানুহৰ পৰা মৰ্য্যাদা, সমাদৰ পাব লাগিছিল সেইদৰে নাপালে। সৌমেন্দ্র নাথে আৰু কৈছিল যে তেখেত যদি অসমৰ নহৈ ভাৰতৰ আন প্রদেশত জন্ম গ্রহণ কৰিলেহেঁতেন—তেতিয়াহ'লে এজন জগতবিখ্যাত মানুহ হিচাপে পৰিগণিত হ'লহেতেন।

১৯৪৮-৫০ চনৰ মাজত, আত্মগোপন কৰি থাকোঁতে ৰাভাৰ সৈতে বহু সময়ত একেলগে জনগণৰ স্বাৰ্থৰ হকে কাম কৰাৰ সুযোগ পাইছিলো। ১৯৪৯ চনত মই আৰু কমৰেড্ ৰাভাই মঙ্গলদৈ অঞ্চলৰ জনজাতি অধ্যুষিত অঞ্চলত পলাতক অৱস্থাত আছিলো। সেই অঞ্চলৰ ভকতপাৰা গাৱঁত আমি জনসাধাৰণক জমিদাৰ, লাভখোৰ, সুতখোৰৰ বিৰুদ্ধে সংঘবদ্ধ কৰি আগ্নেয় অস্ত্ৰৰ প্ৰশিক্ষণ দিছিলো। বিশেষকৈ সেই অঞ্চলত সুতখোৰ মহাজন সকলৰ দ্বাৰা জর্জৰিত দুখীয়া কৃষক মজদুৰ ভাইসকলক আমি ঐক্যবদ্ধ কৰাৰ চেষ্টা কৰিছিলো। সেই সময়ত তাত মহাজনসকলে ২০ টকা আগতীয়া ধনৰ বিনিময়ত ধান কটাৰ বতৰত দুখীয়া খেতিয়কৰ পৰা নগদ ৬ মোন ধান সুতৰ বাবদ লৈছিল। এই সুতখোৰ মহাজন সকলৰ মাজত জনজাতি, বঙালী, মাৰোৱাৰী, মুছলমান আদি সকলো সম্প্রদায়ৰ লোক আছিল। এওঁলোকৰ বিৰুদ্ধে আমি সকলো সম্প্রদায়ৰ গৰীব, দুখীয়া, খেতিয়ক, শোষিত বনুৱা সকলক ঐক্যবদ্ধ কৰিব পাৰিছিলো। তাৰোপৰি কমৰেড্ বিষ্ণুৰাভাৰ তেজোদীপ্ত, ৰসিকতাপূর্ণ ভাষণে সকলো সম্প্রদায়ৰ শোষিত জনগণক সাম্যবাদী দলৰ

গতকাৰ ভলত সমবেত কৰিছিল।

১৯৫৯ চনৰ ২৬ ফেব্ৰুৱাৰীত দৰং জিলাৰ উপায়ুক্ত আৰু পুলিচ অধীক্ষকৰ নেতৃত্বত কেইবাশও পুলিচ মিলিটাৰীসহ ভকতপাৰাক কেন্দ্ৰ কৰি ১৮ খন গাওঁ ঘেৰাও কৰি পেলাইছিল। তাৰ একমাত্ৰ উদ্দেশ্য আছিল সাম্যবাদী দলৰ এই সংগ্ৰাম; দুখীয়া, গৰীব শ্ৰেণীৰ মুক্তিৰ এই সংগ্ৰাম ধ্বংস কৰা আৰু মোক আৰু বিষ্ণুৰাভাক বন্দী কৰি লৈ যোৱা। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে মঙ্গলদৈ ভ্ৰমণ কৰাৰ সময়ত এই জমিদাৰ, সুতখোৰ ধনী মহাজনবিলাকে তেখেতক লগ ধৰি কমিউনিষ্ট আন্দোলন শেষ কৰিবৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিবলৈ টানি অনুৰোধ কৰিছিল। তাৰ ফলতেই আমাক ধৰিবৰ বাবে পুলিচ মিলিটেৰীৰ এই ধৰণৰ বিৰাট আয়োজন চলে। সৌভাগ্যক্ৰমে ২৬ ফেব্ৰুৱাৰী দিনা কমৰেড বিষ্ণুৰাভা ভকতপাৰা অঞ্চলত নাছিল। তেখেত সংগঠনৰ কামত খৈৰাবাৰী অঞ্চলত আহিনা ৰাভাৰ ঘৰলৈ গৈছিল। কিন্তু সেইদিনা মই ভকতপাৰাতেই আছিলো। তাৰ ফলত মোক পুলিচে গ্ৰেপ্তাৰ কৰে। সেই সময়ত মোৰ নাম আছিল বাপুৰাম তালুকদাৰ। আমাৰ পাৰ্টিৰ কমৰেডসকলে বাপুদা বুলি মাতিছিল। পুলিচে গ্ৰেপ্তাৰ কৰোতে মোৰ নাম বাপুৰাম তালুকদাৰ বুলি কৈছিলো। কিন্তু চি-আই-ডিৰ হাতত মোৰ ফটো আছিল; সেই ফটো দেখি মোৰ আচল পৰিচয় ওলাই পৰে।

মোক গ্ৰেপ্তাৰ কৰি মঙ্গলদৈ থানালৈ অনাৰ যো-জা কৰি থাকোতে সেই সময়ত প্ৰায় দহ হাজাৰমান মানুহে পুলিচৰ গাড়ী ঘেৰাও কৰি ধৰে মোৰ মুক্তি বিচাৰে। পুলিচ অফিচাৰবিলাকে চিৰচলিত প্ৰথাৰে জনগণৰ মাজত বিভেদ আনিবলৈ প্ৰচাৰ কৰাত ব্যস্ত হৈ পৰিল। তেওঁলোকে কলে—"বাপুদা হৈছে বঙালী মানুহ। তোমালোকে জনজাতি হৈ কিয় মৰিবলৈ আহিছা।" তেতিয়া ৰাইজে কলে আমি বঙালী অসমীয়া, জনজাতি নাজানো। তেখেতে আমাক

ধনী মহাজন, সুতখোৰৰ শোষণৰ পৰা মুক্তি আনি দিছে। তেখেতক মুক্তি দিবই লাগিব। পুলিচ আৰু উপায়ুক্তই অনেক চেষ্টা কৰিও জনসাধাৰণক আতৰাব নোৱাৰিলে। শেষত পুলিচে গুলী চলায়। সেই গুলী বৰ্ষণত কাতিৰাম কছাৰী নামৰ এজন যুৱকে জীৱন বলিদান দিলে। পিছত মোক মঙ্গলদৈ থানালৈ লৈ যায়। থানালৈ অনাৰ পাছত উপায়ুক্ত আৰু পুলিচ অফিচাৰবিলাকে মোক সুধিছিল—"আপুনি আৰু বিষ্ণুৰাভাই এই অঞ্চলৰ বাসীকনো কি বাণী শুনাইছিল যাৰ ফলত এজন অসমৰ জনজাতিয় মানুহে প্ৰাণ দিলে ?"

মই ঘটনাটোৰ লগত যদিও ব্যক্তিগতভাবে জড়িত আছিলো তথাপি আজি অসমৰ জাতীয় জীৱনত সংঘটিত জাতিবিদ্বেষ, সাম্প্ৰদায়িকতা আদিলৈ লক্ষ্য কৰিলে সঁচাকৈয়ে বেয়া লাগে। একমাত্ৰ এটা সাম্যবাদী আন্দোলনৰ মাধ্যমেৰেহে এই জাতিবিদ্বেষ, সাম্প্ৰদায়িকতা আদিৰ অবসান হ'ব পাৰে। কমৰেড্ বিষ্ণুৰাভাই এই নীতিতেই বিশ্বাস কৰিছিল।

কমৰেড্ বিষ্ণুৰাভাৰ অন্য এটা গুণ হৈছে তেখেতে যিকোনো সম্প্ৰদায়ৰ মানুহৰ লগত সভা সমিতি আলোচনাৰে অতি আপোন হৈ যাব পাৰে। আত্মগোপনকালত থাকপেটীয়াৰ মুছলমান ৰাইজে সভা এখন পাতি মোক আৰু কমৰেড্ বিষ্ণুৰাভাক নিমন্ত্ৰণ কৰি নিছিল। সেই সভাত কমৰেড্ ৰাভাৰ ইছলাম ধৰ্মৰ ওপৰত তাৎপৰ্য্যপূৰ্ণ বক্তৃতা শুনি স্থানীয় মুছলিম নেতাসকলে মোক কলে—'ৰাভা অকল কমিউনিষ্ট নেতাই নহয়—এখেত ইছলাম ধৰ্মৰ এজন ডাঙৰ পীৰ।" লগে লগে তেখেতক তাত থাকি জনগণক সংঘবদ্ধ কৰাৰ বাবে অনুৰোধ জনালে। ৰাভাৰ সেই ভ্ৰমণৰ পাছত শ শ মুছলমান জনসাধাৰণ আমাৰ পাৰ্টিৰ নীতি আদৰ্শৰ প্ৰতি আস্থাবান হৈছিল। ২৬ ফ্ৰেব্ৰুৱাৰীত যেতিয়া মোক গ্ৰেপ্তাৰ কৰে সিদিনাও শ শ মুছলমান জনসাধাৰণ থাকপেটীয়া অঞ্চলৰ পৰা আহি মোৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদ জনাইছিল আৰু জনজাতি ভাইসকলৰ লগত সংহতি স্থাপন কৰিছিল।

ৰাভাৰ স্মৃতিচাৰণ কৰিবলৈ যাওঁতে বহুত কথাই মনলৈ আহে। পাঠকে মোৰ স্মৃতিচাৰণ পঢ়িলে নিশ্চয় হাঁহিব। ১৯৪৮-৫০ চনৰ আত্মগোপন কালত আমি দিনত ওলাব নোৱাৰিছিলো। কাৰণ পুলিচ চি-আই-ডিয়ে চাৰিওফালে পিয়াপি দি ফুৰিছিল। এদিন মঙ্গলদৈ অঞ্চলৰ পৰা টংলালৈ এখন মিটিঙৰ বাবে যাবলগীয়া হৈছিল। ৰাতি যাওতে আমি দুয়ো সন্ন্যাসীৰ ভেশ ধৰি গৈছিলো। পাৰ্ব্বৰ কিছু-মান মানুহ ৰাতি ৩ মান বজাত মঙ্গলদৈৰ কাছাৰীলৈ খোজ কাঢ়ি আহি আছিল। তেওঁলোকে দূৰৰ পৰা আমাক দেখি ভীষণ ভয় খায় আমাক কলে—"দেও আমি কোনো অপৰাধ কৰা নাই। আমাক ক্ষমা কৰক।" আমি মানুহবিলাকে ভয় খাইছে বুলি ধৰিব পাৰিছিলো। পৰিস্থিতি বুজি তেতিয়া ৰাভাই কলে—"যোৱা, যোৱা, ভয় নাই।" মানুহবিলাকে বাট এৰি দি পথাৰেদি নামি গ'ল।

কমৰেড্ ৰাভা আৰু মই টংলাৰ ওচৰৰ এখন গাওঁত থাকোঁতে আমাৰ চিগাৰেট খাবলৈ মন গ'ল। সেই দিনা সেইটো অঞ্চলত সাপ্তাহিক বজাৰৰ দিন আছিল। আমি ঘৰৰ গৃহস্থজনক পইচা দিলো আৰু দুই পেকেট কেপষ্টান চিগাৰেট লৈ আহিবলৈ কলো। তেখেতে চিগাৰেট কিনি থাকোতে বজাৰত চি-আই-ডি ঘূৰি ফুৰিছিল। চিগাৰেট কিনা দেখি জনজাতি মানুহজনক চি-আই-ডি এজনে সুধিলে যে "তই দেখোন সাধাৰণতে বিড়িহে খাব। আজি চিগাৰেট কিয় কিনিছ। তেতিয়া মানুহজনে কলে—"আমাৰ ঘৰত আজি দুইজন মানুহ আহিছে। এজন জনজাতিৰ ৰজা। আৰু আনজন ডাঙৰ কমিউনিষ্ট নেতা। চি-আই-ডি জনে বিষ্ণুৰাভা বুলি ধৰিব নোৱা-ৰিলেও কোনোবা কমিউনিষ্ট নেতাই আত্মগোপন কৰি থকা বুলি ধাৰণা কৰিব পাৰিছিল।

জনজাতি মানুহজনে আমাক চিগাৰেট দিয়াৰ সময়ত বজাৰত মানুহজনক চিগাৰেট কিনাৰ সময়ত আন কোনোবাই দেখিছিল নেকি সুধিছিল। তেতিয়া মানুহজনে কলে "হয়, মোক এজনে

চিগাৰেট কিনি থাকোতে সুধিছিল। মই কৈছো আমাৰ ঘৰলৈ দুজন ডাওৰ নেতা আহিছে।" ৰাভাই তেতিয়া কলে—"আপুনি সৰ্বনাশ কৰিছে। ৰাতি পুলিচ আহি আপোনাৰ ঘৰ ঘেৰাও কৰিব।" আমি সেই ৰাতিতেই তাৰ পৰা পলাই দুইমাইল দূৰৰ অন্য এখন গাৱঁত থাকিলোগৈ। আৰু সঁচাকৈ ৰাতিপুৱা আমি থকা গাৱঁৰ পৰা দেখিলো যে পুলিচ আহি সেই ঘৰখন ঘেৰাও কৰিছে। কমৰেড্ ৰাভাৰ পৰামৰ্শ নুশুনি আমি সেই ঘৰত থকাহেঁতেন নিশ্চয় গ্ৰেপ্তাৰ হব লগা হ'লহেঁতেন। এনেদৰে কমৰেড্ ৰাভাই আত্মগোপন কাল-চোৱাত যথেষ্ট দূৰদৃষ্টিৰ পৰিচয় দিছিল।

এই কিংবদন্তি নেতাজনে উজনি অসমৰ খোৱাং অঞ্চলত পলাই থাকোতে মোক কৈছিল—"কবি, সাহিত্যিক, গায়ক, শিল্পী হব লগা হলে গাৱে-ভূঞে দুখীয়া, হতুৱা, বনুৱা মেহনতী মানুহৰ মাজত থাকিহে হব পৰা যায়। মই গাৱে-ভুঞে ৰাইজৰ লগত থাকি ৰাই-জৰ সুখ দুখৰ সহভাগী হোৱাৰ ফলতহে মোৰ শিল্প প্ৰতিভাৰ বিক-শিত হৈছে। মই জনগণৰ মাজত থাকিহে কৃষ্টি, সংস্কৃতি বিচাৰি পাইছো।" সেই সময়ত তেখেতে ফটা কাগজ বুটলি লৈ কিমান কবিতা, গান ৰচনা কৰিছিল তাৰ সীমা সংখ্যা নাই। দুৰ্ভাগ্যৰ বিষয় যে আমি সেইবোৰ যত্ন কৰি ৰাখিবলৈ অক্ষম হৈছিলো। সেইবিলাক বিচৰি পালে হয়তো তেখেত এজন পৃথিৱী বিখ্যাত জনতাৰ-শিল্পী হ'ব পাৰিলেহেঁতেন।

আত্মগোপন কালচোৱাতেই উজনি অসমৰ খোৱাং অঞ্চলত এটা ঘটনা মনত পৰিছে। আমি কমৰেড্ ৰাভা সহ এখন জিপ গাড়ীৰে ৰাতিৰেই পলাশবাৰীৰ পৰা যাত্ৰা আৰম্ভ কৰিছিলো। ৰাতিপুৱাৰ আগমুহূৰ্ত আমাৰ গাড়ীখন হঠাতে পথৰ পৰা বাগৰি পৰিল। আমি অত্যন্ত ভয় খাইছিলো। কাৰণ ওচৰতে থানা এখন আছিল। আনফালে আমাৰ সকলোৰে নামত গ্ৰেপ্তাৰী পৰোৱানা আছিল। তাৰোপৰি হাতত আছিল লুকুৱাই ৰাখিব লগা বহুতো গোপন ডকুমেন্ট ৰাখি থোৱা বেগ। তেতিয়া ৰাভাই এটা বুদ্ধি পাঙিলে।

সেই অৱস্থাতে মোক দৰা সজালে। আৰু তেখেত নিজেই দৰাৰ খুৰাক হ'ল। মোৰ সহকৰ্মী কমৰেড কামিনী শৰ্মাক বামুন সজালে। আমাৰ লগত থকা অন্যকেইজন কমৰেড তৰুণসেন ডেকা, হৰিদাস ডেকা ছত্ৰসিংটেৰণক দৰাঘৰীয়া সজালে। স্টেনগানবোৰ কাপোৰেৰে বান্ধি লৈ খোজ কাঢ়ি বাওনা হলো। বাটতে থানাৰ সন্মুখত আমাক ইমান পুৱাতেই কবপৰা আহিলো বুলি সুধিলে। আমি কলো গোলাঘাটত বিয়া কৰিবলৈ গৈছিলো। কইনাৰ দল পিছত আহি আছে। এইভাবেই কমৰেড ৰাভাৰ উপস্থিত বুদ্ধিৰ ফলত আমি কেউজনে পুলিচৰ চকুত ধূলি দি সাৰি আহিলো।

অন্য এদিন নামৰণি অসমত আত্মগোপন কৰি থাকোতে তেখেতে মোক কলে—"অসমৰ খেতিয়ক বনুৱাৰ মাজত আমাৰ প্ৰভাব যথেষ্ট বাঢ়িছে। এতিয়া সৈন্যবাহিনী আৰু পুলিচৰ মাজত আমাৰ প্ৰভাব বঢ়াব লাগিব।" এই উদ্দেশ্যে তেখেতে চাবুৱাৰ মিলিটাৰী ছাউনিত থকা কোচ নামধাৰী চুবেদাৰ মেজৰ এজনৰ লগত যোগাযোগ কৰি সকলো কথা ভাঙি পাতি কলে। তেতিয়া মেজৰজনে আমাক ছাউনিৰ ভিতৰত পানদোকান এখন দিবলৈ পৰামৰ্শ দি আৰু অনুমতি দিলে। আমি পানদোকান দিয়াৰ ব্যৱস্থা কৰিলো। ৫ টকাত এটা সৰু ঘৰ ভাৰা ললো। ধৰণপাৰাৰ পৰা ১০০ মান টকাৰ তামোল পান আৰু চিগাৰেট কিনি আনিলো। সেই সময়ত আমাৰ হাতত ১০০০ মান কপি বুলেটিন আছিল। বুলেটিনত লিখা আছিল—"মিলিটাৰী ভাই সকলৰ প্ৰতি আবেদন।" আৰু সৈন্যসকলক কোৱা হৈছিল যে এই সমাজব্যৱস্থা ভাঙি নতুন সমাজবাদী, শোষণহীন সমাজ ব্যৱস্থা প্ৰতিষ্ঠা কৰিব লাগিব। আমি সেই বুলেটিনবোৰ তামোলপান বান্ধি দিয়াৰ মাজেৰে বিতৰণ কৰি আছিলো। ছয় সাতদিন বিলোৱাৰ পাছত এদিন গধূলি কোচে আমাক কলে যে "আপোনালোকৰ এই কাৰ্য্যকলাপ সৈন্যবাহিনীৰ উচ্চপদস্থ কৰ্মচাৰীবিলাকে জানিব পাৰিছে। আপোনালোকে এতিয়াই নপলালে ভনী

কৰি মাৰিব পাৰে।" আমি সিদিনা ওৰে ৰাতি চাহবাগানৰ মাজে মাজে পলাই আহি বঙাপাৰাত উপস্থিত হৈছিলোঁহি। এয়ে আছিল কমৰেড্ যাত্ৰাৰ চাৰিত্ৰিক দৃঢ়তা আৰু নতুন সমাজ গঢ়াৰ ঐকান্তিক ইচ্ছা।

কমৰেড্ বিষ্ণু ৰাভাৰ বিভিন্ন ভাষা সম্বন্ধে যথেষ্ট পাণ্ডিত্য আছিল। তেখেতে অসমীয়া, বঙালী, জনজাতি, হিন্দী, উৰ্দু, ইংৰাজী আদি ভাষাত বক্তৃতা দিব পাৰিছিল আৰু লিখিবও জানিছিল। এবাৰ মই ৰাভাৰ সৈতে ধুবুৰীৰ ওচৰৰ তামাৰহাটত মিটিং কৰিবলৈ গৈছিলো। সেই সময়ত তামাৰহাটত ৰবীন্দ্ৰ জন্ম উৎসৱ চলি আছিল। উৎসৱৰ উদ্যোক্তাসকলে হঠাতে তেখেতক সভালৈ নিমন্ত্ৰণ কৰি ৰবীন্দ্ৰ নাথৰ ওপৰত বক্তৃতা প্ৰদান কৰিবলৈ অনুৰোধ কৰিলে। তেখেতে প্ৰায় ডেৰ ঘণ্টামান সময় একেবাহে বঙালী ভাষাত এক আৰ্চৰ্য্যপূৰ্ণ বক্তৃতা দি সভাৰ বাইজক চমক লগালে।

মই আৰু কমৰেড্ বিষ্ণু ৰাভাই আত্মগোপন কৰি থকা সময়ত আমি ওদালগুৰিৰ ওচৰৰ জেৰুজালেম নামৰ এখন গাওঁত আছিলো। এই গাওঁৰ শতকৰা ৯০ জন মানুহেই খৃষ্টান ধৰ্মাৱলম্বী হোৱাৰ বাবে গাওঁখনৰ নাম জেৰুজালেম ৰখা হৈছে। গাওঁখনৰ জনজাতি ৰাইজে আমাৰ নীতি আৰু কাম কাজৰ প্ৰতি উদ্বুদ্ধ হৈ আমাৰ পাৰ্টিৰ পতাকাৰ তলত সমবেত হ'লহি। এই খবৰ পাই খৃষ্টান পাদ্ৰীসকলে খুউব ভয় খালে। এনেতে শিলংৰ পৰা মেগদুলেন নামৰ এজন পাদ্ৰী চাহেব সেই গাৱঁলৈ আহিল। তেখেতে কমিউনিষ্ট পাৰ্টি আৰু আমাৰ দুজনৰ বিৰুদ্ধে জঘন্য প্ৰচাৰ আৰম্ভ কৰি দিলে। এদিনাখন পাদ্ৰীচাহাবজনৰ লগত মই আৰু কমৰেড্ বিষ্ণুৰাভাই ভাত খাব লগা হৈছিল। সিদিনা আমাক উইচিবিভাৰ জাজা খাবলৈ দিছিল। আমি খাব পৰা নাছিলো। চাহাবে তেতিয়া গাৱঁৰ ৰাইজক কলে—"দেখক ৰাইজ। কমিউনিষ্টবিলাকে আপোনালোকক ঘিন কৰে। কিন্তু আমি খৃষ্টানসকলে আপোনালোকে বিহংকে দিয়ক

আকৌ খাব পাৰো।" তেতিয়া কমৰেড্ বিষ্ণুৰাভাই কলে,—"For the sake of spreading religion, if stool is offered you can take it" ইয়াৰ পিছত সেই পাদ্ৰী চাহাবক আৰু পুণৰ দেখা নগ'ল।

আত্মগোপন কালত কামৰূপ জিলাৰ টিহু ওচৰৰ শলমাৰি নামৰ গাওঁখনত থাকোতে এদিনাখন মিঠালাওৰ লগত চগা পোক ৰন্ধা আঞ্জাৰে ভাত খাব লগা হৈছিল। আমি ঘিন নকৰি খাবলৈ বহিলো। সেই দিনা আঞ্জাখন খোৱাৰ লগে লগে মোৰ শৰীৰ জিকাৰ খাই উঠিল আৰু পিছ মুহূৰ্ত্ততে ১০৫° জ্বৰ আহিল। গাৱঁৰ মানুহবিলাকে খুউব ভয় খালে। ভয়তে তেওঁলোকে বেজ মাতি আনিলে। বেজ জনে কলে যে ডাঙৰ দেওৱে ধৰিছে। তেতিয়া সেই গাৱঁলৈ আহি থকা এজন কম্মাৰে মোক সেই অৱস্থাত দেখা পালে। কম্মাৰজনে দা-কটাৰী, কোৰ আদি গাওঁত যোগান ধৰে আৰু ধানৰ বতৰত ধান লৈ যায়। কম্মাৰজনে মোক সেই অৱস্থাত দেখা পাই কলে—"বাবু আপুনি কম্যিউনিষ্ট নেকি?" কিন্তু মই তেওঁক ধানৰ বেপাৰী বুলিহে কলো। তেওঁ কথাটো বিশ্বাস নকৰি কলে—"আমি শুনিছো, বহুত ভদ্ৰ কম্যিউনিষ্ট ট্ৰাইবেল গাওঁত ঘূৰি ফুৰিছে।" তেওঁ মোক তেওঁলোকৰ ঘৰলৈ যাবলৈ অনুৰোধ কৰিলে। তেওঁৰ ঘৰ আছিল টিহু টাউনৰ ওচৰত। পূৰ্ব্বপুৰুষ বঙালী। মোক এখন গৰুৰ গাড়ীত গাওঁৰ মানুহৰ অনুমতি লৈ তেওঁৰ ঘৰলৈ লৈ গ'ল। সেই সময়ত কমৰেড্ ৰাভাই খবৰটো পাই কম্মাৰজনৰ ঘৰলৈ আহিল। কমৰেড্ ৰাভাই অৱস্থা বুজি গৃহস্থক সাবধানতা অৱলম্বন কৰিবলৈ কলে। তেখেতে কম্মাৰজনক মোৰ শৰীৰত এখন ৰামনামী কাপোৰ মেৰাই দিবলৈ বুদ্ধি দিলে। আৰু কোনোবা মানুহে সুধিলে নবদ্বীপৰ পৰা তেওঁৰ গুৰুদেৱ আহিছে বুলি কবলৈ কলে। ৰাভাই মোক ভুলতো অসমীয়া কবলৈ হাক দিলে। তেতিয়া কম্মাৰজনে টিহু টাউনৰ পৰা নলবাৰীত থকা এজন ডাক্তৰক লৈ আহিল। তেখেতৰ

চিকিৎসাত মই ভাল পালো। ডাক্তৰজনক মই বহুতদিন পিছত গুৱাহাটীত লগ পাইছিলো। কমৰেড্ ৰাভাৰ এই উপস্থিত বুদ্ধিৰ ফলতেই মই পুলিচৰ গ্ৰেপ্তাৰ আৰু বেমাৰৰ পৰা হাত সাৰিলো।

কমৰেড্ বিষ্ণুৰাভা যেতিয়া অসম বিধানসভাৰ সদস্য হৈ থাকে তেতিয়া ১৯৬৭ চনত এচেম্বলি হোষ্টেলত এদিন মোক কলে—"হেৰা অৰবিন্দ, মই খোৱাৰ সময়ত বৰ কষ্ট পাও দেখোন? বোধহয় কেন্সাৰ হৈছে। মৰিলে মৰিম, কিন্তু অসমৰ জনগণৰ বাবে মোৰ বহুত কৰিবলগীয়া কাম আছিল।" সেইবিলাক শেষ কৰিব নোৱাৰিলো। বিশেষকৈ সংগীত নাটৰ একাডেমী, ফিল্মষ্টুডিঅ অসমৰ বুকুত স্থাপন কৰাৰ আকাংখা থাকি গ'ল।" কমৰেড্ ৰাভাই জীৱনকালত সকলো ক্ষেত্ৰতেই যথেষ্ট প্ৰতিভাৰ পৰিচয় দিছিল। কোচবিহাৰ, ৰংপুৰ, কলিকতাৰ চেম্পপ'ল কলেজ, সকলোতে বিৰাট পাৰদৰ্শিতাৰ দেখুৱাছিল। এই বাবেই তেখেতৰ মৃত্যুৰ পাছত বংগদেশৰ বিখ্যাত বুদ্ধিজীৱী শ্ৰীঅন্নদাশঙ্কৰ ৰায়ে ইংৰাজীতে কৈছিল "He was a complete man." কাৰণ তেখেতে একহাতে কলম আৰু অন্যহাতে ষ্টেনগান লৈ জীৱন যুদ্ধত অৱতীৰ্ণ হৈ গৈছে। এইধৰণৰ প্ৰতিভাসম্পন্ন বৈচিত্ৰময় জীৱন পৃথিৱীৰ ইতিহাসত কমেই পোৱা যায়।

আত্মগোপন কৰি থকা অৱস্থাত ৰাভাই বহুত সময়ত বহু কথাই কৈছিল। তেওঁ কৈছিল—"মই যদি নৃত্য ভালদৰে অনুশীলন কৰিলোহেঁতেন তেনেহলে ভাৰত বিখ্যাত হব পাৰিলোহেঁতেন। কাৰণ বেনাৰসত মোৰ নৃত্য দেখি প্ৰখ্যাত নৃত্যশিল্পী উদয়শংকৰে ভূয়সী প্ৰশংসা কৰিছিল।" তেওঁ কৈছিল—"গান, নাচ আদি যিহকেই কৰি থাকো সাধাৰণ মানুহৰ দুখ দুৰ্দশা দেখি মই স্থিৰেৰে থাকিব নোৱাৰো। তাৰ ফলতেই মই আজি বাইজক সংগঠিত কৰাৰ মানসেৰে হাবিয়ে জংগলে, পাহাৰে ভৈয়ামে ঘূৰি ফুৰিছো।"

অসমীয়া ভাষা সাহিত্যৰ গৱেষণাৰ ক্ষেত্ৰতো তেখেতৰ অৱদান কম নহয়। বিখ্যাত ভাষাবিদ ড. সুনীতি কুমাৰ চট্টোপাধ্যায়ে

তেখেতৰ গবেষণা সম্বন্ধে মোক কৈছিল যে তেখেত এজন সঁচাকৈ পণ্ডিত ব্যক্তি যদিও বিশ্ববিদ্যালয়ত পঢ়াশুনা কৰা নাছিল।

কমৰেড্ ৰাভা মনে প্ৰাণে মাৰ্ক্সবাদী দাৰ্শনিক আছিল। তেওঁ বিশ্বাস কৰিছিল যে একমাত্ৰ মাৰ্ক্সবাদেহে শোষণহীন সমাজ গঢ়িব পাৰে। তেওঁ বিশ্বাস কৰিছিল যে একমাত্ৰ মাৰ্ক্সবাদেহে দুখীয়া, গৰীব, শ্ৰমিক মেহনতী মানুহৰ মুক্তিৰ প্ৰেৰণা দিব পাৰে। আজি তেখেতৰ প্ৰাক্তন সহকৰ্মী হিচাপে স্মৃতিচাৰণ কৰিবলৈ যাওঁতে বহুত ঘটনাই মনত পৰা নাই। বহুত কথাই মৰহি গৈছে। কিন্তু যি সকলে তেখেতৰ সংস্ৰৱত আহিছে তেওঁলোক প্ৰত্যেকেই তেখেতৰ আদৰ্শত উদ্বুদ্ধ হৈছে।

তেখেতৰ টকা পইচা ধন দৌলতৰ প্ৰতি অকণো আসক্তি নাছিল। এই ক্ষেত্ৰত সেই নিঃস্বাৰ্থ নিকপট মানুহজনৰ অন্য এটা ঘটনা মনত পৰিছে। সাহিত্য সভাৰ মিৰ্জা অধিবেশনলৈ তেখেতক সন্মানিত অতিথি হিচাপে নিমন্ত্ৰণ কৰিছিল। ইয়াৰ বাবে অহাযোৱা খৰছৰ বাবে তেখেতৰ তেজপুৰৰ ঘৰলৈ নগদ ২৫ টকা পঠাই দিছিল। সেই সময়ত এটা ৰাজনৈতিক কামৰ বাবে মই মঙ্গলদৈলৈ গৈছিলো। গৈ দেখিলো যে কমৰেড্ ৰাভা তেজপুৰৰ পৰা আহি মঙ্গলদৈ বাছ ষ্টেশনত বহি আছে। মই তেতিয়া তেখেতক সুধিলো—"আপুনি জানো মিৰ্জা অধিবেশনলৈ নাযায়?" তেতিয়া তেখেতে কলে যে অধিবেশনলৈ যাবলৈ যি পচিশ টকা পঠাইছিল ইতিমধ্যে শেষ হৈ গ'ল। উপায়বিহীন হৈ তাতে তেনেকৈ বহি আছো। আমি তেতিয়া ওচৰৰ বন্ধু-বান্ধৱৰ পৰা পুনৰ টকা সংগ্ৰহ কৰি তেখেতক দিছিলো। সেই টকাৰে তেওঁ মিৰ্জালৈ গ'ল।

আজি অসমৰ গাৱেঁ, ভূঞে, স্কুলে, কলেজে বিশ্ববিদ্যালয় অন্যান্য অনুষ্ঠান প্ৰতিষ্ঠানে তেখেতৰ জন্ম আৰু মৃত্যু দিবস পূৰ্ণ উদ্যমে পালন কৰিব লাগিছে। মৃত্যুৰ পাছত তেওঁক বিদৰে সন্মানিত

কৰা হৈছে জীৱিত কালত তেখেতে সেই প্ৰাপ্য মান সন্মানৰ পৰা বঞ্চিত হৈ আছিল। এইটোৱেই অতি দুৰ্ভাগ্যৰ বিষয়। মই তেখেতৰ প্ৰাক্তন সহকৰ্মী হিচাপে—যি সকলে এই দিবস পালন কৰিছে—যি সকল এই দিবসৰ উদ্যোক্তা তেখেতসকলক কব বিচাৰিছো যে বাভাই সকলো কৰিছিল—একমাত্ৰ এখন শোষণহীন, শ্ৰেণীহীন সমাজ ব্যৱস্থা প্ৰতিষ্ঠাৰ বাবেহে। একমাত্ৰ শোষণহীন, শ্ৰেণীহীন সাম্যবাদী সমাজতহে সকলো ধৰণৰ জাতীয় কৃষ্টিৰ পূৰ্ণ বিকাশ, জাতি উপজাতি, ভাষিক আৰু ধৰ্মীয় সম্প্ৰদায়ৰ মাজত সৌহাৰ্দ্যপূৰ্ণ ভ্ৰাতৃত্ববোধ গঢ়ি উঠিব পাৰে। এয়ে আছিল তেখেতৰ মহান দাৰ্শনিক চিন্তা।

---

অৰবিন্দ ঘোষে কোৱা কথাখিনি লিপিবদ্ধ কৰিছে শিৱৰাম নাথে।

# এজন সতীৰ্থৰ দৃষ্টিত বিষ্ণুৰাভা

সুৰেন ভট্ট

যুদ্ধোত্তৰ সেই দিনবোৰ। ১৯৩৯-৪৫ ৰ মহাসমৰ বা দ্বিতীয় বিশ্বযুদ্ধৰ পাচত, প্ৰায় দুকুৰি বছৰ আগৰ কথা। ৯ মেৰ পৰা দুকুৰি বছৰীয়া বাৰ্ষিকী পালনৰ আয়োজন ইতিমধ্যে ইউৰোপৰ কিছুমান দেশত আৰম্ভ হৈছে। সেই যুদ্ধৰ সামৰণিৰ বাৰ্ষিকী। বিজয়ৰ গৌৰৱতকৈ দুঃসহ বেদনাৰে ভৰা দুৰ্দ্দিনৰ দুখ-স্মৃতিয়ে বোধহয় বেছি গধুৰ হৈ উকি মাৰিব,—সকিয়াই দিব যুদ্ধ কি ভয়ানক, কি নিৰ্মম, অমানুষিক, কি আতঙ্ক অভিশাপ, সৰ্বোপৰি কি মানৱতাবিৰোধী, জীৱন বিদ্বেষী অপৰাধ।

সেই বাবেই যুদ্ধ বিধ্বস্ত পৃথিবীত যেতিয়া দুৰ্ভিক্ষ মহামাৰী, আকাল আগ্ৰহকালে, সমাজ জীৱন গ্ৰাস কৰিছিল, তেতিয়া সকলো দেশ, সকলো ঠাইৰে সৎ, শুভবুদ্ধিসম্পন্ন লোকে এই যুদ্ধৰ পৰা নিস্কৃতি, তাৰ বিষময় কুফলবোৰৰ পৰা পৰিত্ৰাণ পাবলৈ নানাভাৱে চিন্তা-চৰ্চা আৰম্ভ কৰিছিল। তাৰ ফলস্বৰূপে এফালে শান্তিৰ কাৰণে আন্দোলন আনফালে জাতীয় স্বাধীনতা আৰু সামাজিক মুক্তিৰ বাবে সংগ্ৰামৰ পাতনি মেলিছিল বিভিন্ন দেশৰ মানৱ দৰদী; মহাপ্ৰাণ আৰু বিভিন্ন বিষয়ত বিদগ্ধ ব্যক্তিসকলে।

আমাৰ দেশত তেতিয়াও ইংৰাজ শাসনৰ ওৰ পৰা নাই। তাৰ শুভ সংকেত-ধ্বনি অৱশ্যে শুনিবলৈ পোৱা গৈছিল, দেশজুৰি তোলপাৰ লগোৱা ঘটনা-দুৰ্ঘটনাবোৰ আৰু নতুন চেতনাৰে উদ্বুদ্ধ, সাংগঠনিক উদ্যোগ প্ৰচেষ্টাৰে গঢ়ি তোলা সাধাৰণ মানুহৰ দাবী প্ৰতি-

ষ্টাৰ সংগ্ৰামবোৰৰ অংগাঘ বাণীত। আঙ্গিক হিংস কৌশলৰ আঘাতে কবু কৰিব নোৱাৰা বৃটিছ ৰাজৰ অবস্থা কাহিল কৰি তুলিছিল, ছাত্ৰ ছিন্না-দৰিদ্ৰ শ্ৰমজীৱি মানুহৰ বেপৰোৱা অভ্যুত্থানে। আমাৰ অসমতো তাৰ ঢৌ কম কোবাল হোৱা নাছিল।

বিশ্ব শান্তি আন্দোলনৰ বা-বতাহে অসমতো আলোড়ন তুলিছিল-হি। কিন্তু কমিউনিষ্ট আৰু বুদ্ধিজীৱিৰ উদ্যোগত শান্তি সন্মিলন আৰু সদৌ অসম শান্তি পৰিষদ গঠন হৈছিল। বিহগী কবি ৰঘুনাথ চৌধাৰী শান্তি পৰিষদৰ সভাপতি নিৰ্বাচিত হৈছিল।

জাতীয় স্বাধীনতাৰ কাৰণে আন্দোলন দেশ বিভাজনৰ দুৰ্দ্দশা আৰু অভিশাপৰ চাকনৈয়াত সোমাবলৈ লোৱা সেই সময়খিনিতেই ভাৰতীয় জনসাধাৰণৰ মাজত আৰু এচুকত পৰি থকা অসমৰ ৰাইজৰ মাজতো বিশ্বদৃষ্টি লাভ আৰু দেশৰ সীমাৰ বাহিৰলৈ দৃষ্টিপাত কৰাৰ চেতনা কম তাৎপৰ্য্যপূৰ্ণ নাছিল।

আনহাতেদি জাতীয় স্বাধীনতাৰ নতুন অৰ্থ আৰু ৰূপদান কৰিবলৈ সামাজিক মুক্তিৰ আন্দোলনে মূৰ তুলি উঠিছিল। তাৰেই আকৰ্ষণত বিষ্ণুৰাভাই সঙ্গীত-নৃত্য-নাটৰ সহায়েৰে মঞ্চৰ পৰা গণ-আন্দোলনৰ মঞ্চলৈকো তেওঁৰ ভূমিকা প্ৰসাৰিত কৰিবলৈ অনুপ্ৰাণিত হৈছিল।

১৯৪৬-৪৭ চনৰ সময়ছোৱাত দক্ষিণ কামৰূপ অঞ্চলত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ গণ সংগঠন, কৃষক বনুৱা পঞ্চায়তৰ দ্বাৰা পৰিচালিত আধিয়াৰ আন্দোলনে ৰাভাক আকৰ্ষণ কৰিছিল। গুৱাহাটীৰ দাতিকাষৰীয়া অঞ্চলবোৰত ভৈয়ামৰ জনজাতীয় লোকসকলৰ মাজত এই আধিয়াৰ আন্দোলন বিয়পাই তোলাত তেওঁ কম অৰিহণা দিয়া নাছিল। 'ছিৰাজ' কথাছবিৰ কামৰ দায়িত্ব শেষ কৰাৰ পাচত তেওঁ ক্ৰমে বেছিকৈ এই আন্দোলনৰ কাম কাজত অংশ গ্ৰহণ কৰিবলৈ লৈছিল।

প্ৰথমা পত্নীৰ বিয়োগৰ পাচত দীৰ্ঘদিন ৰবলাৰ উদাস, উদ্‌ভ্ৰান্ত শিল্পী-জীৱনৰ ওৰ পেলাই তেতিয়া ৰাভাই নতুন বিবাহ বন্ধনত

আৰম্ভ হৈ কামাখ্যা পাহাৰৰ দুৰ্গা সৰোবৰত বাস কৰিছিল। ১৯৪৬-৪৭ চনৰ সেই সময়ছোৱাতে তেওঁ তাত থকা সময়তে গণ-আন্দোলন আৰু ৰাজনৈতিক মঞ্চলৈ জীৱনৰ গতি পৰিবৰ্তন কৰে। পাচলৈ ১৯৪৮ চনত তেওঁ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় নেতৃবৃন্দৰ সৈতে আলোচনা পৰামৰ্শক্ৰমে আত্মগোপন কৰি উজনি আৰু নামনিৰ গাওঁ অঞ্চলত পাৰ্টিৰ সংগঠন আৰু ঘাইকৈ প্ৰচাৰৰ কামত লাগি পৰে। প্ৰধানতঃ ভৈয়ামৰ জনজাতীয় কৃষক সকলৰ মাজত তেওঁৰ কাম কাজে তেতিয়া বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ বিদ্ৰোহী কাৰ্য্যকলাপত তেওঁলোকৰ সমৰ্থন সহযোগিতা লাভ কৰিবলৈ উল্লেখযোগ্য উৎসাহ সৃষ্টি কৰিছিল। তেওঁ দীৰ্ঘদিন আত্মগোপন কৰি ঘুৰি ফুৰা সময়ছোৱাতে জনজাতীয় অঞ্চলবোৰত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ ভালেমান সভ্য, কৰ্মী আৰু গণঘাটি গঢ়ি তোলাৰ সুবিধা হৈছিল।

আত্মগোপন কৰি ৰাজনৈতিক কাৰ্য্যকলাপত গভীৰতভাবে লিপ্ত হোৱা সময়তে তেওঁৰ দ্বিতীয় বিবাহবিচ্ছেদ ঘটে আৰু কিছুদিন পাচত আত্মগোপন কৰি উত্তৰ কামৰূপ অঞ্চলত ঘুৰি ফুৰোঁতেই তেওঁ তৃতীয় পত্নী গ্ৰহণ কৰে। এই তৃতীয় পত্নীবো বিয়োগ ঘটে আৰু এই তৃতীয় পক্ষত কণ কণ দুই পুত্ৰক লৈ এক অতি কণ্টকৰ জীৱন যাপন কৰিব লগা হৈছিল।

তেওঁ আত্মগোপন কৰি থকা কালছোৱাৰ ওৰ পৰাত মুকলি মুৰীয়া জীৱন লাভ কৰাৰ পাচত বেছি দিন কটাবলৈ নৌ পাওঁতেই তেওঁৰ তৃতীয় পত্নীৰ মৃত্যু ঘটে। সেই সময়তে বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ ৺হৰেণ কলিতা প্ৰমুখ্যে একাংশ নেতৃস্থানীয় ব্যক্তিয়ে কমিউনিষ্ট পাৰ্টিৰ সৈতে সাংগঠনিকভাবে ঐক্যবদ্ধ হোৱা আৰু উভয় পাৰ্টিৰ চামিল কৰণৰ কাৰণে চলোৱা প্ৰচেষ্টাৰ ফলস্বৰূপে বহুজন একাংশ পাৰ্টি নেতা আৰু কৰ্মীয়ে চি-পি-আইত যোগদান কৰে আৰু ৰাভাও এই দলতে আছিল।

১৯৬২ চনৰ চীনা আক্ৰমণৰ সময়ত চীনা বাহিনী হৰমুৰকৈ আগুৱাই আহি অসমৰ ভৈয়াম সীমান্ত ওচৰ চপা সময়ত চৰকাৰে কমিউনিষ্ট পাৰ্টিৰ বেছিভাগ নেতৃস্থানীয় কৰ্মীক গ্ৰেপ্তাৰ কৰি সুদূৰ ট্ৰিবিয়্যাৰ বহৰমপুৰ জেলত নি আবদ্ধ কৰি ৰাখিছিল। বিষ্ণুৰাভাও তাৰ ভিতৰত আছিল। কণ কণ লৰা দুটাক এৰি থৈ তেওঁ সেই দৰে কাৰাবাস যাপন কৰিব লগা দুখতকৈও দুই শিশু সন্তানক অভিভাৱকহীন অবস্থাত এৰি যাব লগা বেদনাই তেওঁক যথেষ্ট কাতৰ কৰিছিল যদিও আদৰ্শৰ প্ৰতি দৃঢ়নিষ্ঠাৰে তেওঁ সেই দুৰ্দ্দিন অতিবাহিত কৰাৰ কাৰণে মানসিক বলৰ অভাববোধ কৰা নাছিল।

কাৰাজীৱনৰ পৰা মুক্তি লাভ কৰাৰ পাচত তেওঁ চতুৰ্থ পত্নী গ্ৰহণ কৰে আৰু তেজপুৰতে থাকি পাৰ্টিৰ কাম-কাজত অংশ গ্ৰহণ কৰিছিল। ১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচনত তেওঁ তেজপুৰ নগৰ সমষ্টিৰ পৰা অসম বিধান সভালৈ নিৰ্বাচিত হয়। তাৰ আগতেও তেওঁ কোকৰাঝাৰ সংসদী সমষ্টিত হোৱা এটা উপনিৰ্বাচনত কমিউনিষ্ট পাৰ্টিৰ প্ৰাৰ্থী হিচাবে প্ৰতিদ্বন্দ্বিতা কৰিছিল। বিধান সভাৰ সদস্য হিচাবে পাচ বছৰীয়া কাৰ্য্যকাল সম্পূৰ্ণ কৰিবলৈ নৌ পাওঁতেই বিষ্ণু ৰাভাই দুৰাৰোগ্য কৰ্কটৰোগত আক্ৰান্ত হৈ অকালমৃত্যু বৰণ কৰিব লগা হয়। কিন্তু বিষ্ণুৰাভাৰ নামটো অবিস্মৰণীয় হৈ থাকিছে। কিয় ?

এতিয়া ৰাভা সম্বন্ধে নানা ধৰণৰ চিন্তা চৰ্চা চলিছে। কিন্তু বিষ্ণুৰাভাৰ অমৰত্ব লাভৰ কাৰণবোৰ সম্বন্ধে গৱেষণাহে চলিছে— নিৰ্ণয় হোৱা বুলি কব নোৱাৰি। কি বা কোনটো কামৰ বা গুণৰ বাবে তেওঁ অবিস্মৰণীয় হৈ থাকিল, তেওঁৰ ইমান বিৰাট, কেৱে উপেক্ষা কৰিব নোৱৰা ব্যক্তিত্ব প্ৰতিষ্ঠা হ'ল—তাকে লৈ নানা জনৰ নানা মত প্ৰকাশ হোৱা দেখা গৈছে। তেওঁৰ সমগ্ৰ জীৱনৰ সামগ্ৰিক মূল্যায়নৰ প্ৰয়াসৰ অভাৱ হোৱা বাবেই বোধহয় তেওঁৰ প্ৰতিভা আৰু কীৰ্তিৰ সম্পৰ্কত আমাৰ খণ্ডদৰ্শনৰ অভিজ্ঞতাৰ

দৰে অভিমত ব্যক্ত হোৱা দেখিবলৈ পোৱা গৈছে।

বিষ্ণুৰাভাৰ জীৱনৰ সম্পূৰ্ণ সামগ্ৰিক মূল্যায়ন এটা চুটি প্ৰবন্ধত তো সম্ভৱ নহয়েই,—কৰাৰ সামৰ্থ্যও কোনো এজন লিখকে দাবী কৰাৰ স্পৰ্দ্ধা দেখুওৱাব নোৱাৰে আৰু দেখুওৱাব নোখোজাই ভাল। বিখ্যাত চিত্ৰশিল্পী প'লগগাৰ জীৱনীত তেওঁৰ জীৱনটো এক "মহান আদিম অৰণ্যবাসী" ( noble savage ) ৰ জীৱন বুলি আখ্যা দিয়া হৈছে ( "লাইফ্ অব এ ন'ব্‌ল্ হেভেজ" )। গগাঁৰ দৰে ৰাভাৰো জীৱনৰ উচ্ছৃঙ্খলতা লক্ষ্যনীয়। পিচে গগাঁৰ দৰে ৰাভাই কিন্তু কেৱল শিল্পসাধনাৰ এটা দিশতে তেওঁৰ প্ৰতিভাৰ বিকাশ সাধনত ব্ৰতী থকা নাই। উদাহৰণ স্বৰূপে গগাঁই তুলিকা আৰু ৰঙৰ মোহতে আবিষ্ট হৈ চলিছিল। ৰাভাই কিন্তু সুৰ, ছন্দ, নৃত্য ভাও অভিনয় এনেকি ৰং তুলি, একো এটাকে বাদ দিয়া নাছিল। তদুপৰি কবিতা-কাব্যৰো সাধনাত মগ্ন হৈছিল মাজে মাজে। অথচ এতিয়ালৈ তেওঁৰ কোনো লিখনী বা ছবি নাই, যাৰ ভিত্তিত তেওঁৰ বহুমুখী প্ৰতিভা আৰু বিদগ্ধ মনীষাৰ পৰিচয় পাব পাৰি। কবলৈ গ'লে ইংৰাজ সমাজত জনছনৰ দৰেই বিষ্ণুৰাভা অসমৰ থলুৱা সমাজখনত এটা অবিস্মৰণীয় নাম হৈ আছে।

বিষ্ণুৰাভাই শঙ্কৰী কলাকৃষ্টিৰ পৰা আৰম্ভ কৰি সাম্যবাদী গণশিল্পীৰ দৃষ্টিকোণেৰে শিল্প-কলাৰ অবলম্বন হিচাবে জনজীৱন আৰু শিল্প-কলা সৃষ্টিৰ প্ৰয়াসক জনসাধাৰণৰ আশা আকাংক্ষা পূৰণ কৰিব পৰা সামাজিক পৰিবৰ্ত্তনৰ সংগ্ৰামৰ সৈতে অবিচ্ছেদ্যভাবে সংযুক্ত কৰাৰ বাবে ব্ৰতী হৈছিল। ৰাজ্য বিধান সভালৈ নিৰ্বাচিত হোৱাৰ পাচত তেওঁ হেনো সদনত হিন্দীভাষাত কৈছিল—"মৈঁ আপকো লিয়ে ইন্‌কিলাব্ লায়া হুঁ।" কথাষাৰ তাতোকৈ বেছিকৈ বোধহয় তেওঁৰ সতীৰ্থ শিল্পীসকলৰ ক্ষেত্ৰত প্ৰযোজ্য আৰু তেওঁবিলাকৰ কাৰণে বেছি অৰ্থবহ।

"মুক্তি দেউল"ৰ দৰে দুই এক তেওঁৰ লিখনী প্ৰকাশ হৈছে। কিন্তু অপ্ৰকাশিত হৈ অ'ত ত'ত কত যে লিখা পৰি আছে

বা হেৰায়ে গ'ল, তাৰ হিচাব দিয়া টান তেওঁ লেখা আৰু সুৰ দিয়া গান দুই চাৰি প্ৰকাশ হৈছে, গ্ৰামোফোন ৰেকৰ্ডতো শুনিবলৈ পোৱা গৈছে। তাৰেমান পাৰে-তুৰেঁ মুখে মুখে প্ৰচলিত অৱস্থাতে থাকিছে, বহুতো কালৰ গতিত হেৰাই গ'ল। মানৱ ইতিহাস মহাকাব্য ছন্দ, আৰু বসন্ত তেওঁ আদামৰ মুখেদি ইভক কোৱাৰ দৰে কৈ যি মহামূল্য এক গ্ৰন্থ ৰচনা কৰিবলৈ লৈছিল, সমাজ-ইতিহাস ৰচনাৰ কাৰণে গণ-সংগ্ৰামৰ সংগঠনত নিবিড়ভাবে আত্মনিয়োগ কৰি সেই গ্ৰন্থ লিখি সমাপ্ত কৰিব নোৱাৰিলে, যিখিনি লিখিছিল, প্ৰকাশ নোহোৱা বাবে পাঠক সমাজে সেইবোৰ পোহৰ বিলোৱা সুখপাঠ্য দেখিবলৈ বা জানিবলৈও পোৱা নাই।

কিছুদিন আগতে অসম প্ৰকাশন পৰিষদে অত ত'ত সিচৰতি হৈ পৰি থকা ৰাভাৰ লিখাবোৰ সংগ্ৰহ কৰি প্ৰকাশ কৰাৰ সজ উদ্যোগ এটা লোৱাৰ কথা জানিবলৈ পোৱা গৈছিল। শেষ পৰ্যন্ত ফলপ্ৰসূ হৈ নুঠিল। তেওঁৰ বিধবা পত্নীয়ে হেনো এই বিষয়ত বাধাৰ সৃষ্টি কৰিলে। অৰ্থাৎ যি চৰ্ত আৰু মূল্যত সেইবোৰ প্ৰকাশৰ স্বত্ব প্ৰকাশন পৰিষদে বিচাৰিছিল, সেইটো গ্ৰহণ কৰিবলৈ মান্তি নহ'ল। ফলত মূল্যবান সেই সম্পদৰাশিৰ পৰা অসমীয়া সমাজ বঞ্চিত হৈ থাকিছে,—আমাৰ সাহিত্য-সংস্কৃতি ভাণ্ডাৰলৈ দিব পৰা তাৰ অৱদান অপচয় হৈছে বুলিও কব পাৰি।

বিষ্ণুৰাভাৰ দেউতাক "ক্ৰিস্টিয়াৰ বাইফলছ"ৰ (আসাম ৰাইফলছৰ দৰে অৰ্দ্ধ সামৰিক বাহিনী) বিষয়া (সুবেদাৰ মেজৰ) আছিল। তেওঁৰ জন্ম হৈছিল সেই পৰিবেশত আৰু অসমৰ বাহিৰত। শৈশৱৰ এছোৱা ঢাকাত কটাইছিল, লক্ষ্ণৌৰ ভাটখাণ্ডে সঙ্গীত মহাবিদ্যালয়তো শিক্ষা লাভ কৰিছিল। বয়ুক বাকদৰ সৈতে আজন্ম পৰিচিত ৰাভাই কাঠপেন্সিলৰ সীহ গুড়ি কৰি হাতৰ আঙুলিৰে ঘঁহি-পিহি সাধাৰণ ফুলস্কেপ কাগজত ৰবি ঠাকুৰৰ ফটোগ্ৰাফৰ লেখীয়া ছবি আঁকিবলৈ যেনেকৈ চমক লগোৱা প্ৰতিভাৰ অধিকাৰী হব পাৰিছিল,

তেনেকৈয়ে—“বীণা মোৰ শাপে তব হ’ল তলোৱাৰ” এই কথা সাৰোগত কৰি সুকোমল হৃদয় শিল্পী ৰাভাই শোষণ-নিপীড়নৰ বিৰুদ্ধে দুৰ্ব্বাসাৰ ক্ৰোধাগ্নিৰে প্ৰজ্বলিত হৈ সুৰৰ সাধনা এৰি অসুৰ নিধনৰ উদ্দেশ্যে মাৰণাস্ত্ৰ ধাৰণৰ সামৰ্থ্যও আয়ত্ত কৰি লব পাৰিছিল।

জন্মৰ অধিকাৰ বলত ৰাভা যথেষ্ট সম্পত্তিৰ উত্তৰাধিকাৰী হৈছিল যদিও (উত্তৰ কামৰূপৰ তামোলপুৰ অঞ্চলত দেউতাকৰ দিনৰ ভালেমান মাটি-বাৰী আছিল) বিষয়-সম্পত্তিৰ প্ৰতি উদাসীনতাৰ কাৰণে তেওঁ একপ্ৰকাৰ বিদূৰৰ দৰে জীৱন যাপন কৰি গৈছে। নিৰ্লোভ, নিৰহঙ্কাৰ, বিষ্ণুৰাভাৰ উদাৰ-মহান হৃদয়ৰ উমান তেওঁৰ সান্নিধ্য লাভ কৰাৰ সুবিধা পোৱা, বা সৌভাগ্য হোৱা সকলে সকৃতজ্ঞ নম্ৰতাৰেই মাথোন পাব আৰু দিব পাৰে। সেয়েহে তেওঁ ৰোগাক্ৰান্ত হৈ চিকিৎসাধীন অৱস্থাত জীৱনৰ অন্তিম দিনটোৰ অসহনীয় প্ৰতীক্ষাত থকা সময়ত হোৱা গুৱাহাটীৰ শিল্পী সমাৰোহত বিষ্ণু বন্দনাৰ ব্যাকুলতাভৰা আগ্ৰহ পাত্ৰ পৰিপূৰ্ণ কৰি উপচি পৰা দেখিবলৈ পোৱা গৈছিল—শিল্পীবৃন্দ আৰু দৰ্শক উভয় পক্ষৰ মাজতে।

দিন বাগৰি যোৱাৰ কাল প্ৰবাহত বিষ্ণুৰাভাই জীৱনজোৰা সাধনাৰে যিবোৰ মানৱিক, সামাজিক প্ৰমূল্যৰ সমৃদ্ধি সাধন কৰি গ’ল আৰু কৰিবলৈ চেষ্টা কৰিছিল, ভাষা-সাহিত্য, শিল্প-কলা-সংস্কৃতি সৰ্বোপৰি সৰ্ব্বাঙ্গীন সামাজিক প্ৰগতিৰ কাৰণে যিবোৰ মহামূল্য অৱদান ৰাখি গৈছে, সেইবোৰৰ সদ্ব্যৱহাৰ কৰি উপকৃত হোৱা আৰু সমূহীয়া স্বাৰ্থ পূৰণ কৰা বা সামাজিক উন্নতি সাধন কৰাতকৈ, তেওঁৰ অমৰ প্ৰতিভাৰে দৃঢ় প্ৰতিষ্ঠিত কৰি যোৱা বিৰাট ব্যক্তিত্বৰ উদ্দেশ্য ধৰ্মী পূজা-কীৰ্তন কৰি গোষ্ঠীগত সংকীৰ্ণ স্বাৰ্থ পূৰণ কৰাৰহে নানা অসুস্থ প্ৰয়াস পৰিলক্ষিত হৈছে বিভিন্ন মহলৰ মাজত। তাকে কৰিবলৈ যাওঁতে কিছুমানে বিষ্ণুৰাভাৰ জীৱন-দৰ্শন, জীৱনাদৰ্শকে আওকাণ কৰিবলৈ বিচাৰিছে আৰু কিছুমানে তাৰ বিকৃত ব্যাখ্যা কৰিছে। কেৱে বা কেৱল শিল্পী হিচাবে, কেৱে বা

অ-কল বিপ্লবী জননেতা হিচাবে, আন কিছুমানে আকৌ সংকীৰ্ণ অৰ্থত অসমীয়া সমাজ-সংস্কৃতিৰ উন্নতিৰ বাবেহে ব্ৰত সংকল্প যোদ্ধা হিচাবে তেওঁৰ ব্যক্তিত্বৰ বৰ্ণনা কৰিছে আৰু তাৰ অৱদানবোৰ কামত লগাবলৈ যত্নপৰ হোৱা দেখা গৈছে।

আচৰিত হোৱাৰ কথা নহয় অৱশ্যে। কাৰণ শ্ৰেণী বৰ্ণ বিভক্ত সমাজখনত আমাৰ সামাজিক ৰাজহুৱা জীৱনত যি কোনো ঘটনা, বস্তু বা অৱস্থাকে দেখাৰ বিভিন্ন দৃষ্টিকোণ আছে। ফুলৰ মূল্যবোধ পুৰোহিত আৰু প্ৰেমিকৰ কাৰণে ব্যৱহাৰিকভাৱে পৃথক হোৱাৰ দৰে অথবা শৰৎ চন্দ্ৰৰ "শ্ৰীকান্ত"ৰ দৰে 'শ্ৰীকান্ত"ৰ শৰৎ চন্দ্ৰবো ভিন্নৰূপী চৰিত্ৰ বিশ্লেষণ কৰাৰ দৰে বিভিন্নজনে বিষ্ণুৰাভাৰ ব্যক্তিত্ব, বিচিত্ৰ প্ৰতিভা, আৰু সমাজ-সংস্কৃতিৰ বাবে দি যোৱা অমূল্য অৱদানবোৰ বিভিন্ন ধৰণে ব্যাখ্যা কৰিছে,—ভিন ভিন উদ্দেশ্যত ব্যৱহাৰ কৰিবলৈ যত্ন কৰিছে। এই কাৰণে তেওঁৰ কৃতিত্বৰ ভিত্তিভূমিৰ পৰা বিচ্ছিন্ন কৰি তেওঁৰ কীৰ্তিৰ প্ৰশংসা কীৰ্ত্তন কৰিব লগা হৈছে। ফলত তেওঁৰ প্ৰতি অকপট শ্ৰদ্ধা প্ৰদৰ্শন কৰিবও পৰা নাই, অথবা তেওঁৰ অৱদানবোৰৰ সৎ ব্যৱহাৰো কৰিব পৰা নাই। সেয়েহে এই বিষয়ত বস্তুনিষ্ঠ দৃষ্টিভঙ্গী, একদেশদৰ্শিতামুক্ত দৃষ্টিকোণ আৰু সামগ্ৰিক বিচাৰ-বিশ্লেষণৰ প্ৰয়োজন অনুভৱ নকৰি নোৱাৰি। বৰ্গীৰ আক্ৰমণ-বিভীষিকাৰে আতঙ্ক বিহ্বল বাঙালীৰ চিন্তা মানসক শিবাজীৰ সম্পৰ্কত বিকৃত ধাৰণা পোষণৰ পৰা উদ্ধাৰ কৰিবলৈ ৰবি ঠাকুৰে "শিবাজী উৎসৱ"ত ছত্ৰপতি শিবাজীৰ ভূমিকাৰ নৱ মূল্যায়ন কৰি সত্য প্ৰকাশৰ সজ চেষ্টাৰে বহল জাতীয় একাত্মতাৰ বন্ধনত মাৰাঠী বাঙালীক আৱদ্ধ হোৱাৰ প্ৰেৰণা দিয়াৰ দৰে বিষ্ণুৰাভাৰ ভূমিকাৰ যথোচিৎ প্ৰকৃত মূল্যায়নৰ সৎ সাহসেৰেহে মাথোন অসমীয়া সমাজ, অসম তথা ভাৰতবৰ্ষৰ কল্যাণ আৰু উন্নতিৰ মহৎ উদ্দেশ্যত তাৰ বিশিষ্ট বৰঙণিখিনি সুফলপ্ৰসূ কৰা যাব পাৰে।

অৱশ্যে সংকীৰ্ণ উদ্দেশ্য প্ৰণোদিত বিষ্ণুবন্দনাত উৎসাহিত ব্যক্তি

বা গোষ্ঠীবোৰৰ দ্বাৰা বিষ্ণুৰাভাৰ মতাদৰ্শ আৰু আদৰ্শনিষ্ঠা সম্বন্ধে বিকৃতিৰ অন্যায় আকুতিবোৰ সত্ত্বেও অসমৰ সাধাৰণ মানুহৰ মুখে মুখে নাচি থকা তেওঁৰ কথাবোৰত, সি অম্লান হৈ আছে আৰু থাকিব। তাৰ দাপোণেদি প্ৰতিফলিত তেওঁৰ মহৎ ব্যক্তিত্ব আৰু কীৰ্ত্তিবোৰ জনসাধাৰণৰ দৃষ্টিত অবিকৃত ৰূপত প্ৰতিভাত হৈ থাকিব। সেই বাবেইতো তেওঁ গাৱেঁ-ভূঞে সাধাৰণ মানুহবোৰৰ বুকুৰ আপোন হৈছিল আৰু আজিও তেনেকৈয়ে আছে, যিবিলাকে তেওঁৰ নৃত্যৰ ছন্দ, সুৰৰ মূৰ্চ্ছনা, কবিতাৰ ৰস বা ছবিৰ মায়াৰ কোনোটোৰে চমৎকাৰ অনুৰাগী হিচাবে বা তেওঁৰ মঞ্চাভিনয়ৰ মনোহাৰিত্বৰ দ্বাৰা মুগ্ধ হৈহে তেওঁক আপোন বুলি ভাবিছিল এনে নহয়; তথাপি কি যে এক প্ৰবল আকৰ্ষণত তেওঁক আপোন কৰি নলৈ পৰা নাছিল আৰু আজিও পাহৰিব নোৱাৰে। বিষ্ণুৰাভাৰ সেই মহাকৰ্ষণী শক্তি বহুমুখী প্ৰতিভাৰে শিল্প-কলাৰ সাধনা, আৰু একান্তচিত্ত বিশ্বাসনিষ্ঠাৰে সমাজ সেৱা কৰিবলৈ বিপ্লৱী মতাদৰ্শত অবিচলিত আনুগত্যৰ অপূৰ্ব্ব সমন্বয়ৰ ভিত্তিতে নিশ্চয় আবিৰ্ভূত হৈছিল, তেওঁৰ ব্যক্তিত্বত।

প্ৰশস্ত কৰ্মক্ষেত্ৰ, পৰিপূৰক সহযোগিতা, উন্নততৰ পৰিবেশ আদিৰ আশানুৰূপ আনুকূল্যৰ আশীৰ্ব্বাদপুষ্ট হ'লে, সবাতো ওপৰত প্ৰণালীবদ্ধ কৰ্মপ্ৰয়াসৰ প্ৰেৰণাদায়ক, সাহায্য সমুচিতভাবে পাব পাৰিলে ৰাভাৰ কীৰ্ত্তি আৰু হয়তো বেছি কৃতিত্বেৰে সুসমৃদ্ধ হব পাৰিলেহেঁতেন বুলি কব পাৰি। এইবোৰ অভাৱৰ কাৰণেই কবিৰ ভাষাত কবিকণ্ঠৰে প্ৰতিধ্বনি তুলি কব পাৰি "তোমাৰ কীৰ্ত্তিৰ চেয়ে তুমি যে মহৎ।" সচাকৈ বিষ্ণুৰাভাৰ কীৰ্ত্তিতকৈ ব্যক্তিত্ব বেছি মহৎ, মহান, বিৰাটৰূপে অমৰত্ব লাভ কৰিছে বুলি কলে বোধহয় অত্যুক্তি কৰা নহব।

# যাযাবৰ বিষ্ণুৰাভা

—কান্তিৰাম ৰাভা

ৰূপতীৰ্থৰ যাত্ৰী, ঝাঞ্জা বিজয়ী আত্মাৰ গৰাকী, সীমাহীন অতল সাগৰত ডুব দিওঁতা মাণিক মুকুতাৰ সন্ধানী, যাযাবৰী বিষ্ণুৰাভাক বুজিবলৈ হ'লে মানুহজনৰ কৰ্ম, চিন্তাধাৰাৰ লগত ভালদৰে পৰিচয় থাকিব লাগিব। ৰাভাৰ আত্মা দেখি বিভিন্ন দৃষ্টিকোণৰ পৰা নিৰীক্ষণ কৰিলে বেলেগ বেলেগ ৰূপত মানুহজনক দেখা যায়। চৌষষ্টি কলাৰ মুখ্য কলা সংগীত-গীত নাট-নৃত্যৰ সাৰ্থক পূজাৰীৰ ৰূপত বিষ্ণুৰাভাক দেখি কলামোদী সকলে আখ্যা দিলে কলাগুৰু বিষ্ণুৰাভা। তথাকথিত শিক্ষিত চহৰবাসীয়ে বিষ্ণুৰাভাক এই ৰূপতে চিনি পায়। আনহাতে এই জনা ব্যক্তিয়ে যেতিয়া সৰ্বহাৰা শ্ৰমিক-বনুৱা, হালোৱা-হজুৱাৰ মাজত ইখন গাঁৱৰ পৰা আনখন গাৱঁলৈ দূৰে সুদূৰে দিবাৰাত্ৰি আহাৰ নিদ্ৰা পৰিহাৰ কৰি ব্যথিত হিয়াত, জনতাৰ দুখৰ তীব্ৰ দুখ-বেদনাৰ বোজা লৈ আৰ্ত্তজনতাক উদাত্ত কন্ঠেৰে অন্যায় আৰু শোষণৰ পৰা চিৰমুক্তিৰ বাবে বিদ্ৰোহৰ অগ্নিবাণী দৃঢ়ভাবে ঘোষণা কৰি ফুৰে, তেতিয়া এই একেজন লোক বিপ্লৱীৰূপত দেখা দিয়ে।...অসমৰ গাৱেঁ-ভূঞে থকা হাজাৰ হাজাৰ খ্যাত-অখ্যাত জনতাৰ মানসত জাহি আছে বিষ্ণুৰাভাৰ সহজ সৰল অনাড়ম্বৰ দিব্য মুৰতি। সেয়ে কব পাৰি জনতাৰ বিষ্ণুৰাভা মৰিও অমৰ। এই বহুমুখী প্ৰতিভা পৰাক্ৰম ব্যক্তিজনক আমাৰো লগ পোৱাৰ, সংস্পৰ্শলৈ অহাৰ সৌভাগ্য হৈছিল। ব্যক্তিগতভাবে বিভিন্ন সময়ত তেখেতক লগ পোৱাৰ সময়ত হোৱা কথা বাৰ্তা আৰু

চালচলন-আচাৰ-ব্যৱহাৰৰ পৰা তেখেতক আমি যিভাবে বুজিছোঁ— দেখিছোঁ, তেখেতৰ কথা বাৰ্তা শুনিছোঁ তাকে আমি লিখি প্ৰকাশ কৰাৰ প্ৰয়াস কৰিলোঁ।

১৯৪৬ চনৰ কথা। তেতিয়া ৰাভাদেৱ কলিকতা মহানগৰীৰ কোলাহলপূৰ্ণ নগৰীয়া জীৱনৰ পৰা ফালৰি কাটি প্ৰথমা পত্নী প্ৰিয়লতাক হেৰুৱাৰ বেদনা বুকুতলৈ জীৱন নৈৰ জঁাজি হৈ লক্ষ্যহীনভাবে কলিকতা মহানগৰীৰ পৰা উৰা মাৰিলে অসমৰ আকাশলৈ। পিতৃহাৰা মাতৃহাৰা, ভাতৃৰ স্নেহহাৰা হৈ ঘৰতো যেতিয়া মন ভাল নলগা হ'ল তেতিয়া ৰাভাই আৰম্ভ কৰিলে যাযাবৰী জীৱন। কামাখ্যাৰ কালীপুৰ আশ্ৰমৰ নামনিত এডখুৰি সৰু ঠাই। তাত এটি সৰু পৰ্ণকুটীৰ আছিল—বৰ্তমান সি টিনৰ হৈছে। তাতে বসবাস কৰি আছিছে অনুপমা দেৱী। পৰিয়ালত আন এজন লোক ভায়েক হৰেন। অনুপমা দেৱী কম বয়সতে বিধবা হৈ আছিল। সঙ্গীত কলাৰ চৰ্চা কৰি ভাল পাইছিল। আগৰে পৰা অনুপমাই ৰাভাক চিনি পাইছিল। অন্তৰে বিচৰা ব্যক্তি শ্ৰীৰাভাক হঠাৎ এদিন এইজনী সাধিকাই তেওঁৰ কুটীৰত পালে আৰু তাতে থাকিবলৈ তেওঁক সন্মতি দিলে। আমিও বিষ্ণুৰাভাক অজ্ঞাতবাসৰ আগলৈকে এই জুপুৰী ঘৰটিতে পাইছিলোঁ।

ধৰোক হৰলগীয়া জনজাতীয় সভাত সভাপতিত্ব কৰাৰ বাবে নিমন্ত্ৰণ কৰিবলৈ লিখকে নিজে গৈছিল এই কুটীৰৰ দুৱাৰমুখলৈ। কুটীৰৰ গৰাকীনীৰ মুখে ৰাভাদেউ নোহোৱা বুলি শুনি হতাশ হৈ ঘূৰি আহিব লগাত পৰিছিল। ইতিমধ্যে বাতৰি কাকতত ৰাভাৰ সভাপতিত্বত হৰলগীয়া সভাৰ কথা প্ৰকাশ পাইছিল। সভাত ৰাভা যে উপস্থিত থাকিব আমি কোনোৱে আশা কৰা নাছিলোঁ। কিন্তু যথা সময়ত সভাৰ কাম আৰম্ভ হোৱাৰ আগতে ৰাভাদেৱ বাচ এখনৰ পৰা নামি আহি সভাস্থলীত উপস্থিত হোৱাত আমি সকলোৱে আচৰিত হৈছিলোঁ। পিন্ধনত আছিল ধুতি পাঞ্জাবী। মুখত আছিল

শিল্পীসুলভ গহীন গম্ভীৰ ভাব। কান্ধত প্ৰায়েই লৈছিল এখন পুৰণি জীৰ্ণপ্ৰায় এৰীচাদৰ, বৰ্ণাঢ্য পোচাকৰ লেশমাত্ৰ নাই। সাক্ষাত্‍ কৰলৈ গ'লে দিগম্বৰ ভোলানাথ শম্ভু। ৰাতবি কাকতৰ পাতত বৰকোত হোৱা সভাৰ কথা জানিব পাৰিয়েই কোনো মান অভিমান নকৰাকৈয়ে ৰাভাদেৱে আহি সভাত যোগদান কৰিছিলহি।

সভাৰ সভাপতিৰ আসনৰ পৰা ৰাভাদেৱ জনজাতিসকলৰ কৃষ্টি সংস্কৃতিৰ কথা বিবৰি কৈছিল। ৰাভা জনগোষ্ঠীৰ আৰাধ্য দেৱতা শিৱদেউ বাওমাৰ পূজাৰ বিবৰণ দিছিল। কেচাইখাইতী গোসানীৰ কথা, শদিয়াৰ আইগোসানীৰ কথা কৈছিল। এই কৃষ্টি সংস্কৃতিৰ মাজত গঢ়ি উঠা সমাজক লুভীয়া স্বাৰ্থপৰ শোষকসকলে কেনেকৈ সহজ সৰল কৃষক-বনুৱা-শ্ৰমিক সকলক শোষণ কৰি আহিছে সেই কথা দৃঢ়তাৰে উদাত্ত কণ্ঠে বিবৰি কৈছিল ৰাভাদেৱে। ইয়াতে হালোৱা হজুৱা সকলক সংগঠিত হোৱাৰ আকুল আহবান জনাইছিল। দুস্কৃতিক নাশ কৰি সংস্কৃতিৰ পাতনৰ কথা কৈছিল। ভণ্ড দেশ সেৱকৰ পাকচক্ৰত নপৰিবলৈ সকিয়াই দিছিল সমূহ ৰাইজক।

১৯৪৮ চনত ৰাভা বৰকো অঞ্চলৰ মাকেলি বিজাৰ্ভত হোৱা কৃষক সমাবেশত যোগদান কৰিবলৈ আহিছিল। এই অঞ্চলৰ দুখীয়া মাটিহীন খেতিয়ক সকলে মাকেলি বিজাৰ্ভত খেতি কৰাৰ বাবে মাটি বিচাৰি আহিছিল। সেই সময়ত কংগ্ৰেছী চৰকাৰৰ ওচৰত মাটি পোৱাৰ বাবে ইয়াৰ ৰাইজে আবেদন নিবেদন কৰি আহিছিল। এই কৃষক সমাবেশত গোবিন্দ কলিতা প্ৰমুখ্যে কেইবাজনো কৃষক নেতাৰ লগতে ৰাভাদেৱ এই সভাত আহি যোগদান কৰিছিল। খেতিয়ক ৰাইজে বৰকো বজাৰৰ পৰা মাকেলি বিজাৰ্ভলৈ ৰাভা আৰু অভ্যাগত সকলক পাচমাইল বাট আনিছিল—প্ৰখৰ ৰ'দত ঘামিজামি। ৰাভাদেৱে মূৰত মথুৰা পাগ এটি মাৰি লৈছিল। সভা আৰম্ভ হোৱাৰ আগে আগে বতৰ ভাৱৰীয়া হৈ পৰিছিল। কিছু সময় পিচতে প্ৰবল ধুমুহা বৰলৈ ধৰিলে। তাৰ মাজতে সভাৰ কাম আৰম্ভ হ'ল।

সভাৰ সভাপতি আছিল ৰাভাদেৱ। সভাত কৃষকসকলৰ নিকৃষ্ট দুৰৱস্থাৰ কথা ৰাভাদেৱে মনোগ্ৰাহী কৈ বিবৰি কৈছিল। শ্ৰমজীৱি সমাজৰ শ্ৰেণীচেতনাৰ কথা ৰাইজক পৰিস্কাৰ ভাষাৰে দোহাৰি কৈছিল। চৰকাৰৰ ওচৰত মাটি পোৱাৰ বাবে সভাত দাবী উত্থাপন কৰা হৈছিল। শেষত চৰকাৰে কৃষক সকলৰ দাবী মানি লৈ মাটি দিবলৈ বাধ্য হৈছিল।

ইয়াৰ কেইমাহমানৰ পিচতে বিষ্ণুৰাভা ৰাজৰোষত পৰি আত্মগোপন কৰিবলৈ বাধ্য হয়। আত্মগোপনৰ অন্তত এবাৰ আকৌ ৰাভাদেৱ বকোলৈ আহিছিল। বকোত কৃষ্টি সভা এখনৰ আয়োজন কৰা হৈছিল। সন্মিলনলৈ তেখেতক বিশিষ্ট অতিথি ৰূপে আহবান কৰি অনা হৈছিল। এই সভাত বিপ্লৱী অনিৰাম বসুমাতাৰীয়েও যোগদান কৰিছিল। ৰাভাগানৰ সুৰশিল্পী শ্ৰীৰাজেন পামে এই সভাত আহি বিশেষ অংশ গ্ৰহণ কৰিছিল। সন্মিলনৰ তাৰিখ ভুলকৈ জনাই অহাৰ বাবে ৰাভা সন্মিলন ভঙাৰ দিনা ৰাতি আহি লিখকৰ ঘৰত আহি ওলাইছিলহি। সভা ভঙাৰ কথা আমাৰ পৰা জানিব পাৰি বৰ দুখ আৰু উৎকন্ঠাৰে ৰাভাদেৱে আমাক কৈছিল : 'মোৰ জীৱনত এনে ঘটনা কেতিয়াও ক'তো হোৱা নাই। মিটিং নকৰাকৈ মই কি মুখেৰে বকোৰ পৰা ফিৰি যাম বাৰু? মোক মাতিবলৈ যোৱা ল'ৰাটোৱে অহা কালিলৈকে সন্মিলন চলিব বুলি কোৱাৰ বাবে আজি আহি ওলালোঁ। ভঙা সভাত আহি মই কেনেকৈ ফিৰি যাওঁ। তুমি অহাকালি এখন মিটিং জোগাৰ কৰি দিবই লাগিব।" এইদৰে তেখেতে আমাক টানি কৈছিল। পিচদিনা ৰাতিপুৱাতে চাইকেল এখনত ঘুৰি ঘুৰি দুই চাৰিখন গাঁৱত আৰু বকো বজাৰত জনাই দিয়া হ'ল কলাগুৰু ৰাভাদেৱ বকোলৈ আহিছে। স্থানীয় বকো হাইস্কুলত এখন সভা আহবান কৰা হৈছে। এই সভাতে ৰাভাদেৱে কৃষ্টি সংস্কৃতি সম্পৰ্কে এলানি বক্তৃতা দিব। যথাসময়ত আশানুৰূপভাবে মানুহ আহি সভাগৃহ ভৰি পৰিল। সভাখন হৈছিল

বকো হাইস্কুলৰ হলত। প্ৰায় দুই ঘণ্টা সময় অসমৰ সংস্কৃতি সম্পৰ্কে এটি প্ৰাঞ্জল আৰু জ্ঞানগৰ্ভ বক্তৃতা দিছিল। সমজুৱাৰ অনুৰোধক্ৰমে দুটি গানো পৰিবেশন কৰিছিল। দুনিশা আমাৰ গৃহত থাকি পৰিয়ালৰ ল'ৰা-ছোৱালী কেইটিক আৰু গৃহিনীক আপোন কৰি লৈছিল। বালকসুলভ কথা বাৰ্তাৰে ল'ৰা-ছোৱালী কেইটিৰ লগত হাঁহি তামাচাৰে আনন্দ দিছিল। পৰিয়ালৰ এজন হৈ ৰাঙ্গনি ঘৰত গৈ ৰাতিপুৱাৰ এটুপি লাল চাহ খোৱাকে আদি কৰি ঘৰুৱা মাত কথাৰে ৰাভা দোৱানেৰে ইটো সিটো কথা কৈ ঘৰৰ সকলোকে আনন্দ দিছিল। এয়া নিৰহঙ্কাৰ ৰাভাৰ সকলোকে আপোন কৰিব পৰা গুণ নহয় জানো?

'চিৰাজ' চিনেমাখনৰ শুভমুক্তিৰ আগৰ কথা। পশ্চিম গোৱালপাৰা ধূপধৰাৰ ওচৰত থকা কঠাকঠিত এখন জনজাতীয় সন্মিলনীত যোগদান কৰিবলৈ ৰাভাদেৱে তালৈকে আহিছিল। সভাত সভাপতিত্ব কৰি সভাৰ কাম চলাই থকা অৱস্থাতে এখন টেলিগ্ৰাম তেখেতৰ হাতত আহি পৰিল। 'চিৰাজ'ৰ প্ৰযোজকৰ পৰা তাগিদা আহিছে তেখেতৰ (ৰাভাৰ) অবৰ্তমানত চিৰাজৰ শুভমুক্তিৰ কামত যথেষ্ট বাধা পৰিছে আৰু আৰ্থিক ক্ষতি হৈছে। তৎমুহূৰ্তে সভাৰ দায়িত্ব ৰাইজক দি ৰাইজৰ ওচৰত ক্ষমা খুজি ৰাইজৰ পৰা বিদায় লৈ ৰাওনা হ'ল। এয়া তেখেতৰ কলাৰ প্ৰতি থকা নিষ্ঠা আৰু লগতে দায়িত্ববোধৰ চানেকি নহয় জানো?

অসমৰ বিষ্ণুমেধী চৰকাৰৰ ৰাজত্বৰ পৰা বেহাই পোৱাৰ পিচত ডিব্ৰুগড় খোৱাংঘাটত সদৌ অসম ট্ৰাইবেল সংঘৰ এখন সন্মিলন বহিছিল। এই সন্মিলনলৈ কংগ্ৰেছী মন্ত্ৰী ৰূপনাথ ব্ৰহ্ম প্ৰমুখ্যে কেইবাজনো মন্ত্ৰী বিধায়ক আহিছিল। সন্ধিয়াৰ সাংস্কৃতিক অনুষ্ঠান চলি থকা সময়তে শিল্পী ৰাভা কৰবাৰ পৰা হঠাৎ আহি ওলালহি। তেখেতে জনতাৰ মাজত সোমাই জনতাৰ এজন হৈ ওখকৈ পতা মঞ্চলৈ চাই আছিল। হঠাতে মঞ্চৰ পৰা শ্ৰীৰজনী হাজৰিকাই

ৰাভাক দেখি দৌৰি অহাৰ দৰে আহি জনতাৰ মাজৰ পৰা ৰাভাক আদৰি নি মঞ্চত তুলিছিলগৈ। ৰাভাদেৱৰ দৈহিক আভাই সভাৰ সৌষ্ঠৱ বাৰুকৈয়ে বৃদ্ধি কৰিছিল। ৰাজকীয় মৰ্য্যাদাত দীপ্ত এম, এল, এ, মন্ত্ৰীসকল ৰাভাৰ আভাৰ কাষত ম্লান হৈ পৰিছিল। সভাৰ সভাপতিয়ে ৰাভাদেৱক ভাষণ দিবলৈ অনুৰোধ কৰাত তেখেতে কবলৈ উঠে। তেখেতে কৈ গৈছিল,—"হিয়াৰ আমঠু মৰমৰ ৰাইজ, আপোনালোক মোৰ অতিকৈ আপোন। ৰাইজ মোৰ ৰক্ষা কবচ, ৰাইজ মোৰ পাশুপাত অস্ত্ৰ। মোক ঈশ্বৰে শিল্পী কৰি সৃষ্টি কৰা নাই। ৰাইজে মোক শিল্পী কৰিছে। ৰাইজৰ মাজতে মই মৌৰস বিচাৰি ফুৰোঁ। আৰু মৌ বুটলি লৈ মন কোহত মৌকোঁহ সাজি লও আৰু ৰাইজকে মৌ বিলাই ফুৰোঁ। এয়ে হৈছে শিল্পীৰ ধৰ্ম। এনে শিল্পী হবলৈ হ'লে হব লাগিব ঝাণ্ডা বিজয়ী আত্মাৰ গৰাকী। আৰু লগতে কৈছিল, "মোৰ অজ্ঞাত বাসৰ সময়ত যি সময়ত কংগ্ৰেছী মাছোৰোকাই মোক ধৰিবলৈ যত্ন কৰিছিল সেই সময়ত ডিব্ৰুগড়ীয়া ৰাইজে মোক আশ্ৰয় দিছিল। ৰাইজৰ সাগৰৰ গভীৰ তলীত লুকাই আছিলোঁ। কংগ্ৰেছী মাছোৰোকাই মোক ধৰিব নোৱাৰিলে।" এই কথা শুনি ৰাইজৰ মাজত হাঁহিৰ ৰোল উঠিছিল। সভাত ৰাভাদেৱে দুই ঘণ্টামান সময় প্ৰাঞ্জল ভাষাৰে বক্তৃতা দিছিল। অসমৰ ঐতিহাসিক বিবৰণ—অসমীয়া সংস্কৃতিৰ আবহমান কালৰ ধাৰা কেনেকৈ চলি আহিছে ৰাভাই ভাষণত অতি মনোগ্ৰাহীকৈ তাক বিবৰি কৈছিল। তেখেতে আকৌ আবেগেৰে কৈছিল, "বিষ্ণুৰাভাই বোলে দেশৰ কাৰণে একো কৰা নাই। মই হেনো কমিউনিষ্ট। মই ৰাইজৰ মাজলৈ যাওঁ ৰাইজৰ সুখ-দুখৰ ভাগী হ'বলৈ। ৰাইজৰ দুখৰ কথাকে মই নিভীক নিঃসঙ্কোচে কৈ ফুৰোঁ। শোষণকাৰীয়ে কৰা শোষণৰ কথা মই কওঁ। সেয়ে মই চৰকাৰৰ ওচৰত দ্ৰোহী॥...আনহাতে এই বিষ্ণুৰাভাই শিকাই বুজাই ভূপেন হাজৰিকা, কমল চৌধুৰীৰ নিচিনা সুৰ শিল্পীৰ সৃষ্টি কৰিছে। বিষ্ণুৰাভাৰ শিকনিতে দুই একে ডক্টৰেটও

হৈ ওলাইছে। তেনেহ'লে মই কি কৰা নাই বাক !" কথাৰ মাজতে তেখেতে অতি আক্ষেপেৰে কৈছিল 'গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী সকলৰ মাজত কৈছিলোঁ যে অসমৰ কৃষ্টি বিশেষকৈ শঙ্কৰী কৃষ্টি দেখুৱাই গোটেই পৃথিৱী জয় কৰি আহিব পাৰো যদিহে মোক তোমালোকে ডেকা গাভৰুৱে ধন তুলি দিয়া। উপস্থিত ডেকা গাভৰু সকলে একবাক্যে কৈছিল আমি সহায় কৰিম। হাতেৰে তেওঁলোকে দৃঢ়তাৰ চাপৰি বজাইছিল। কিন্তু সেয়া হৈ নুঠিল।' বাভাদেৱে মৰ্মান্তিক সুৰেৰে এই কথা ব্যক্ত কৰিছিল।

১৯৫৮ চনত আকৌ এবাৰ বকোলৈ বাভাদেৱ আহিছিল। মহাপুৰুষ শংকৰদেৱৰ জন্মোৎসৱ উপলক্ষে বকোত এখন সভা বহিছিল। সভাখন বহিছিল বনগাওঁ মৌজাৰ ৺গোপীনাথ গোসাইঘৰত। বাভা-দেৱে সভাত বিশিষ্ট অতিথি হিচাবে নিমন্ত্ৰিত হৈ যোগদান কৰিছিল। ভাষণ প্ৰসঙ্গত তেখেতে কৈছিল 'মই কৃষ্টিৰ গুৰু হিচাবে তিনি গৰাকী পুৰুষক মানো। প্ৰথম গৰাকী হ'ল কলা বিশাৰদ শ্ৰীকৃষ্ণ, দ্বিতীয় গৰাকী হৈছে লিঅ'নাৰ্ডাভিঞ্চি আৰু তৃতীয় জনা ব্যক্তি হ'ল সৰ্বগুণাকৰ মহাপুৰুষ অসমৰ শ্ৰীশ্ৰীশংকৰদেৱ। মহাপুৰুষ শ্ৰীশংকৰদেৱৰ বিষয়ে এনেকুৱা সভাত দুই এঘণ্টা কৈ শেষ কৰা মোৰ সম্ভৱ নহয়। তেওঁৰ সম্পৰ্কে কবলৈ বহু আছে—প্ৰত্যেক দিনে পাচ ঘণ্টাকৈ কবলৈ হ'লে মোক পাঁচ বছৰ সময় লাগিব...।' এই সভাত অন্য কাৰ্য-ক্ৰমত যোগদান কৰিছিল শিক্ষাবিদ-সুসাহিত্যিক স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ দেৱেও।

লেখকৰ ঘৰত দুয়োগৰাকী শিল্পী সাহিত্যিকৰ বহু সময় ধৰি সাহিত্য কৃষ্টি কলাৰ সম্পৰ্কে আলোচনা হৈছিল। বাভাদেৱে শংকৰ-দেৱৰ ওপৰত এখন চিনেমা কৰাৰ পৰিকল্পনাৰ কথা কৈছিল। তেখেতে বৰ আবেগ আৰু আশাপূৰ্ণভাৱে নেওগদেৱৰ আগত ব্যক্ত কৰিছিল : "......মই অসমৰ মহাপুৰুষ গৰাকীক অপূৰ্বৰূপত দাঙি ধৰাৰ প্ৰবল হেপাহ কৰিছোঁ। কিন্তু আমাৰ একমাত্ৰ অভাৱ ধনৰ।

ধনী মহাজন সকলৰ ধনেৰে মই চিনেমা কৰাৰ মোৰ ইচ্ছা নাই। মই যদি সৰ্বসাধাৰণ ৰাইজৰ পৰা ধনৰ শকত টোপোলা পাও তেনেহ'লে শংকৰদেৱৰ ওপৰত চিনেমা এখন কৰাৰ মোৰ মানস আছে.... ।'

ইয়াৰ পিচত ১৯৬৪ চনত বকোৰ গান্ধী মৈদানত এখন সঙ্গীত সন্ধিয়াত ৰাভাদেৱ উপস্থিত আছিল। তেখেতৰ প্ৰিয় শিষ্য ড° ভূপেন হাজৰিকাই ইয়াত সংগীত পৰিবেশন কৰিবলৈ আহিছিল। ....শ্ৰোতা হিচাবে ৰাভাদেৱে হাজৰিকাৰ ইটোৰ পিচত সিটো গীত শুনি গৈছে। হঠাতে মঞ্চৰ পৰা হাজৰিকাই ৰাভাদেৱক গান এটি গোৱাৰ বাবে অনুৰোধ কৰিলে ঃ 'মোৰ শ্ৰদ্ধাভাজন বিষ্টুদা, আৰু মোৰ গুৰু মাননীয় বিষ্ণুপ্ৰসাদ ৰাভাদেৱক এটি গান গাবলৈ অনুৰোধ কৰিলোঁ।" প্ৰিয় শিষ্যৰ অনুৰোধ শুনি দৰ্শকৰ আসনৰ পৰা তৎমুহূৰ্ত্তে উঠি গৈ মঞ্চ পালেগৈ। শ্ৰোতা মণ্ডলীৰ উদ্দেশ্যে ৰাভাদেৱে ক'লে, 'মোৰ মৰমৰ ভূপেনৰ অনুৰোধক্ৰমে আজি কুৰি বছৰৰ মূৰত গান গাবলৈ ওলালোঁ। গাম যদিও মোৰ মাত নাই। আপোনালোকে শুনি ভাল নেপাব।" ৰাভাই গালে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ—"মোৰে জীৱনৰে সখা কৃষ্ণ...."গীতটো ।

এদিনৰ কথা। শ্ৰীশ্ৰীশংকৰদেৱ সংঘৰ সেই সময়ৰ প্ৰচাৰক শ্ৰীদুৰ্গেশ্বৰ ভূঞাঁদেৱক আমাৰ ঘৰত ৰাভাদেৱে লগ পাইছিল। জন-জাতিৰ লোক সকলক একশৰণ নামধৰ্মৰ শৰণ দিয়া ক্ষেত্ৰত সমৰ্থন জনাই কৈছিল, 'ভূঞাঁদেৱে আপুনি জনজাতি সকলৰ মাজত থকা কৃষ্টি সংস্কৃতিত হাত নিদিব। বড়ো, ৰাভা, মিৰি, মিচিং সকলৰ কৃষ্টি সংস্কৃতি অাপুৰুগীয়া, নিভাজ সোণৰ লেখীয়া। এইবিলাক ধ্বংস কৰিলে অসমীয়া সমাজৰ স্বৰূপ হেৰাই যাব।' এয়া হৈছে কলা-গুৰু ৰাভাদেৱৰ কলা-সংস্কৃতিৰ প্ৰতি থকা অকৃত্ৰিম, প্ৰগাঢ় আস্থা আৰু ৰুচি।

ডক্টৰ ভূপেন হাজৰিকাৰ 'এৰাবাটৰ সুৰ' চিনেমাখনৰ প্ৰস্তুতিৰ

সময়ৰ কথা। ছয়গাঁওত জনজাতি ছাত্ৰসকলৰ এখন সন্মিলন বহিছিল। বিষ্ণুৰাভাদেৱক সন্মিলনৰ মুখ্য অতিথি হিচাপে আমন্ত্ৰণ কৰা হৈছিল। সন্মিলনৰ আগদিনাখন চিনেমাখনৰ চুটিঙত গোটেই দিনটো ৰাভা ব্যস্ত আছিল। পিচদিনাখন ৰাভাদেৱৰ বাবে ছাত্ৰ-ৰাইজ উদগ্ৰীৱ হৈ অপেক্ষা কৰি আছিল। ৰাভাদেৱ আহি নোপোৱাব বুলি ভাবি ৰাইজ ম্ৰিয়মান হৈ পৰিছিল। এনেতে দিনৰ বাৰমান বজাত এখন 'কাৰ'ত উঠি সভা থলীত তেখেত ওলালহি। ছাত্ৰ-ৰাইজ ৰাভাদেৱৰ উপস্থিতিত আহ্লাদিত আৰু উৎসাহিত হৈ পৰিল। ৰাইজৰ মাজৰ পৰা হৰ্ষধ্বনি হ'ল, "বিষ্ণুৰাভাৰ জয়, বিষ্ণুৰাভা জিন্দাবাদ।" এয়া ৰাভাদেৱৰ প্ৰতি থকা ৰাইজৰ অকৃত্ৰিম ভাল পোৱা নহয় জানো? খোৱা পিয়াৰ অন্তত মাত্ৰ ১৫ মিনিটকাল জিৰণি লৈ তেখেতে সভা থলীলৈ ওলাই গ'ল। এই সভাত সভাপতিত্ব কৰাৰ আমাৰ সৌভাগ্য হৈছিল। ৰাভাদেৱে কাব্যিক ভাষাৰে অনৰ্গল বক্তৃতা দি গৈছিল। বক্তৃতাত তেখেতে দেশৰ, সমাজৰ শোকলগা পৰিস্থিতিৰ কথা; সমাজ-চেতনা নহ'লে ৰাৱনকলে সমাজক শোষণ কৰি নিস্তেজ প্ৰাণহীন-কৰাৰ কথা সকিয়াই কৈছিল।

সভাভঙ্গ হোৱাৰ অন্তত স্থানীয় ৰতনপুৰ গাঁৱৰ মুখিয়াল ৺মুনি দলৈৰ ঘৰত আতিথ্য গ্ৰহণ কৰিছিল। লেখকো তেখেতৰ লগতে নিশা কটাইছিল। পোনতে চাহ আগবঢ়াই অভ্যৰ্থনা কৰা হ'ল। চাহৰ লগতে সিজোৱা কণী দিয়া হৈছিল। ৰাভাদেৱৰ প্লেটত দুটি আৰু আমাৰ ভাগত এটি কণী দিয়া দেখি ৰাভাদেৱে প্ৰশ্ন কৰিলে তেখেতক দুটি আৰু লেখকক এটা কণি দিয়া হ'ল কিয়? কথা বিষম বুলি জানি এই লেখকে ঘপৰাই মাত দিলে, "ঠিকেই হৈছে আপুনি বেছি হজম কৰিব পাৰে বাবেহে আপোনাক দুটি দিছে; আনজনৰ হজম শক্তি কম গতিকে এটিহে দিছে।"

নিশা একেটি কোঠালীতে আমি দুয়োজনে শুলোঁ। পিচদিনা ছাত্ৰকেইজনমানে আহি তেখেতৰ 'স্নেপ' লৈছিল। সেই সময়ত ৰাভাদেৱ উচ্চ ৰক্তচাপ ৰোগত ভুগি আছিল। সেয়ে ৰাইজে জনজাতীয়

পানীয় বস্তু আগ বঢ়াওঁতে তেখেতে কৈছিল 'মোৰ উচ্চ ৰক্তচাপ-হাই ব্লুড্‌প্ৰেছাৰ হৈছে, ডাঃ বিৰু মেধিয়ে মোক খাবলৈ মানা কৰিছে।' সেই সময়ত তেখেতৰ মন বৰ ভাৱাক্ৰান্ত যেন দেখা গৈছিল।

চীন-ভাৰত সংঘৰ্ষৰ সময়ত ৰাভা পুনঃ ৰাজৰোষত পৰিল। সেই সময়ত তেজপুৰৰ ঘৰত মাতৃহীনা শিশু দুটিক বুকুৰ মাজত লৈ ৰাভাদেৱ আবদ্ধ হৈ থাকিব লগাত পৰিছিল। এনে অৱস্থাতে এদিন নিশা হঠাতে পুলিচে আহি তেখেতক বান্ধি লৈ গ'লগৈ। মাতৃহীনা শিশু পৃথিৰাজ আৰু হীমৰাজক কোনোবে হাতত গোটাই দিয়াৰ সুযোগ কণো পুলিচে তেখেতক নিদিলে। তেখেতক উৰিষ্যাৰ চেণ্ট্ৰেল জেলত ৰাখিলে গৈ। তেখেতে আমাক কৈছিল, অসমৰ সেই সময়ৰ মুখ্যমন্ত্ৰী চলিহা আৰু তেজপুৰৰ উপায়ুক্তলৈ উৰিষ্যাৰ জেলৰ পৰা কেইবা-খনো চিঠি লিখিও পিতৃ-মাতৃহীন শিশু দুটিৰ আশ্ৰয় আৰু ভৰণ-পোষণৰ ব্যৱস্থা কৰিছেনে নাই ৰাভাদেৱে জানিব নোৱাৰিলে।

প্ৰায় এবছৰৰ মূৰকত জেলৰ পৰা তেখেতক মুকলি কৰি দিলে। জেলৰ পৰা মুকলি হোৱাৰ পিচত এদিন ৰাতিপুৱাতে এই লেখকে ৰাভাদেৱক তেখেতৰ ঘৰত লগ ধৰিছিল। লেখকে গৈ দেখিলে যে সৰু ল'ৰা দুটিক ওচৰৰে এঘৰ মানুহৰ ঘৰত ৰাতিপুৱাৰ জলযোগ কৰাই লৈ আহিছে। তেখেতৰ ঘৰত সোমাই পৰিলোঁ। সন্মুখৰ খোটালিত বহিবলৈ এখন দীঘল বেঞ্চ। দুই তিনিখন পুৰণি চকী; তেখেতে বহা এখন পুৰণি ইজি চেয়াৰ। দীঘল এখন টেবুল। এই অনাড়ম্বৰ খোটালিতে কতজনে বহি কথা পাতে—আলোচনা কৰে কত শিল্পী সাহিত্যিক-ৰাভাগুণগ্ৰাহীসকলে। আমিও কোঠালী-টোত সোমাই চকী এখনত বহি ললোঁ। খন্তেক পিচতে ৰাভাদেৱে প্লেট এখনত তামোল এখন আনি আমাক খাবলৈ দিলেহি। তেখেতৰ শোৱনি কোঠালীলৈ চকু ফুৰালোঁ। দেখিলোঁ, তেখেতে শোৱা খাট্‌খনত বঢ়িয়া ডিজাইনৰ কাপোৰ পাৰি থোৱা আছে। কোঠালীটোত দুই তিনিটা পুৰণি ট্ৰাঙ্ক পৰি আছে। ঘৰুৱা সা-সম্পত্তি চকুত নপৰিল।

আমাৰ ওচৰতে বহি ৰাভাদেৱে ক'লে, তোমালোকক অভ্যৰ্থনা কৰিবলৈ মোৰ একো নাই। এই পোনা দুটিক সৌ সিবৰত অলপ জলযোগ কৰাই আনিলো। মোৰ অবিহনে ইহঁতক চাবৰ খুৱাবৰ কোনো নাই। এই পোনা দুটিক নিৰাশ্ৰয় কৰি মোক চৰকাৰে জেলত ৰাখিছিল। এই মানুহ ঘৰেই মোৰ পোনা দুটিক খুৱাই পিন্ধাই ৰাখিছিল। (সেই সময়ত পৃথিৰাজৰ বয়স আনুমানিক ৭ বছৰ আৰু হিমৰাজৰ বয়স ৫ বছৰ মান আছিল)। আমি কথা পাতি থাকোতে নটসূৰ্য ফণী শৰ্মা আহি ওলালহি। দুয়োগৰাকী কলাকাৰৰ মাজত বহু সময় কথা-বাৰ্ত্তা চলিল। নতুনকৈ চিনেমা কৰাৰ আলোচনা হ'ল। এনেতে পিয়নে আহি এখন মনিঅৰ্ডাৰ ৰাভাদেৱৰ হাতত দিলেহি। মনিঅৰ্ডাৰ যোগে গুৱাহাটীৰ বিচিত্ৰনাৰায়ণ দত্ত বৰুৱাই পঞ্চাশ টকা পঠাই দিছে। পইচা কেইটি হাতত পাই ৰাভাদেৱে কৈ উঠিল 'ভালেই হ'ল, দত্ত বৰুৱাই পইচা কেইটি পঠিয়াই ভালেই কৰিলে। মোৰ হাতত পইচা এটিও নাছিল।" লগতে পিয়নে এখন চিঠিও ৰাভাদেৱক দিছিল। চিঠিখন লিখিছিল বন্ধু ওজাই। ওজাই চিঠিতলিখিছিল—ৰাভা দাদা, এইবাৰ শংকৰদেৱৰ জন্মোৎসৱত আপুনি নিজে ক'তো প্ৰগ্ৰেম নকৰিব। মই প্ৰগ্ৰেম কৰি আছোঁ। ইত্যাদি। ৰাভাই চিঠি পঢ়ি কৈছিল—'এইবাৰ মোৰ প্ৰগ্ৰেম বন্ধই কৰোঁকদে।' এয়া ৰাভাৰ প্ৰতি থকা গভীৰ ভাল পোৱাৰ নিদৰ্শন।

পূৰ্বে বিধানসভা নিৰ্বাচনত তেওঁ কেবাবাৰো পৰাজয় বৰণ কৰিছিল। শেষ বাৰৰ বাবে তেজপুৰীয়া ৰাইজে ভোট দি তেওঁক বিধায়ক নিৰ্বাচন কৰিলে। চিলঙৰ বিধান সভাৰ মজিয়াত বাজেট আলোচনাত অংশ গ্ৰহণ কৰি বক্তৃতা দিবলৈ উঠিয়ে ৰাভাদেৱে কবলৈ আৰম্ভ কৰিলে—'উৰিয়া ভাষাত এটি কথা আছে, 'হাথ নেহী পাৱ নেহী ত'ন্দু জগন্নাথ।' যি গৰাকী বিত্তমন্ত্ৰী ত্ৰিপাঠীয়ে এসময়ত তেজপুৰৰ বানমঞ্চত অভিনয় কৰিছিল সেই গৰাকী ব্যক্তিয়ে আজি বিত্তমন্ত্ৰী হৈ বানমঞ্চৰ বাবে ধনৰ মঞ্জুৰী নিদিলে। সদনৰ মজিয়াত

তেখেতে হাত ভৰি নোহোৱা বিকলাঙ্গ বাণ্ডেট এখন দাভি ধৰিছে। তেখেতৰ এই উক্তি শুনি বিধান সভাৰ মজিয়াত হাঁহিৰ ৰোল উঠিছিল। এয়া ৰাভাদেৱৰ ৰঙ্গমঞ্চৰ প্ৰতি থকা প্ৰগাঢ় অনুৰাগ।

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাক কোনো এটি সম্প্ৰদায় বা জাতিৰ মাজত অন্তৰ্ভুক্ত নকৰি জাত পাতৰ উৰ্দ্ধত থকা মহান ব্যক্তিজনাক নিৰপেক্ষ দৃষ্টিত চালেহে বুজাত সহজ হৈ পৰে। হিন্দীত কোৱাৰ দৰে, "জাত ন পুছিয়ে, পুছ লিজিয়ে জ্ঞান।" জ্ঞানীসকলক জাত-পাতেৰে বিচাৰ কৰা উচিত নহয়। ৰাভাদেৱৰ জীৱিত কালত এই কাৰণতে বহুজনে ৰাভাদেৱক প্ৰকৃতভাবে বুজিবলৈ চেষ্টা নকৰিলে। তেখেতৰ বহুমুখী প্ৰতিভা থকা সত্বেও বিদ্যা অহঙ্কাৰী সকলে ধন-তান্ত্ৰিক, জাত্যাভিমানী সকলে ৰাভাদেৱক মান-সন্মান আনকি প্ৰশংসা-খিনিও কৰিব নোৱাৰিলে। অসম সাহিত্য সভাত তেখেতে যোগ্য আসনো নেপালে। চৰকাৰ আৰু অসম সাহিত্য সভাৰ পৰা যদি আৰ্থিক সহায় পালেহেঁতেন ৰাভাদেৱৰ পৰা অসমীয়াই অমূল্য সাহিত্য সম্ভাৰ পালেহেঁতেন।

....মানুহৰ বাবে—অগণন জনতাৰ শান্তি-মঙ্গলৰ বাবে, জনতাৰ কৃষ্টি পথাৰত, পাহাৰে-ভৈয়ামে, দূৰে সুদূৰে ৰূপ আনন্দৰ বিভূতি বিচাৰি বিষ্ণুৰাভা হৈ পৰিছিল মুক্তজীৱ—যাযাবৰ স্বৰূপ। ●

# বিষ্ণুৰাভা সম্পৰ্কে মই যি জানো

তৰুণ খাখলাৰী

বিষ্ণুৰাভাৰ স্মৃতিচাৰণ কৰাৰ ক্ষেত্ৰত মোৰ দুৰ্বলতা বা সীমাবদ্ধতাৰ কাৰণ হ'ল—মই তেখেতৰ বিপ্লৱী জীৱনৰ সতীৰ্থ নাছিলো। তেখেতৰ সতীৰ্থ এই অঞ্চলত মই জনাত বৰ্তমানলৈ দুই তিনিজন মান এতিয়াও জীৱিত আছে। তেওঁলোকৰ ভিতৰত বিশেষভাৱে দুজনৰ নাম কব পাৰো। এগৰাকী হ'ল কমঃ শৰৎ চন্দ্ৰ ৰাভা, প্ৰাক্তন বিধায়ক, ছোটমাটিয়া গাওঁ। আন গৰাকী হ'ল কমঃ মোমিন চন্দ্ৰ ৰাভা, গাওঁ ডামৰা পাটপাৰা। খাৰা নালাপাৰা গাৱঁৰ ৺ অনিৰাম বসুমতাৰীও বিষ্ণুৰাভাৰ এগৰাকী সতীৰ্থ আছিল। বিষ্ণুৰাভা আৰু এখেতসকল আটায়ে আৰ-চি-পি-আই দলৰ সদস্য আছিল। পিছত সকলোৱে চি-পি-আই ৰ সদস্যপদ গ্ৰহণ কৰে। অৱশ্যে অনিৰাম বসুমতাৰী জেল মুক্ত হোৱাৰ পিছত কোনো ৰাজনৈতিক দলত অংশ গ্ৰহণ কৰা ন,ছিল।

ইং ১৯৪৮ চন মানৰ কথা। ঠিক তাৰিখ মনত নাই। সেই সময়তে ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ ( আৰ চি-পি-আই ) কাম-কাজ ছাত্ৰ-যুৱকৰ মাজত বিভিন্ন নামত আৰম্ভ হৈছে। তেনে এটা দিনতে দক্ষিণ গোৱালপাৰাৰ আগিয়াৰ পশ্চিমফালে অৱস্থিত বৰদামাল গাৱঁত ট্ৰাইবেল যুৱক সন্মিলন এখন অনুষ্ঠিত হৈছিল। উক্ত সন্মিলনৰ মুখ্য অতিথি আছিল বিষ্ণু প্ৰসাদ ৰাভা। ৰাভাই গাওঁবুঢ়া বাহাদুৰ ৰাভাৰ ঘৰত আছিল। সেই সময়ত যিহেতু ৰাজনীতিৰ সৈতে মই নিজে পোনপটীয়াকৈ যুক্ত নাছিলো সেয়ে এই ট্ৰাইবেল যুৱ সন্মিলনৰ

আঁৰত যে ৰাজনৈতিক উদ্দেশ্য আছিল সেইটো তেতিয়া বুজা নাছিলোঁ। কিন্তু যিহেতু বিষ্ণুৰাভাৰ দুই এটা গানৰ সৈতে পৰিচয় আছিল সেয়ে তেখেতৰ নামৰ প্ৰতি এটা স্বাভাৱিক আকৰ্ষণ আছিল আৰু নিজে ট্ৰাইবেল হোৱাৰ বাবেই হয়তো উক্ত ট্ৰাইবেল যুৱ সন্মিলনে মোৰ দৰে কিছুমান ছাত্ৰ-যুৱকক সমানে আকৃষ্ট কৰিছিল। সেই যুৱ সন্মিলনত বিষ্ণুৰাভাই কি কি কৈছিল স্পষ্ট কোনো কথা মনত নাই, কিন্তু তেখেতৰ বচনভঙ্গীয়ে যে আমাক মুগ্ধ কৰিছিল সেইটো পৰিষ্কাৰ।

এই সময়ছোৱাৰ ভিতৰতে লক্ষীপুৰত (মেচপাৰা জমিদাৰৰ সদৰ) সম্ভৱত অসম ছাত্ৰ সন্মিলনৰ অধিবেশন অনুষ্ঠিত হৈছিল। উক্ত সন্মিলনত বক্তা আছিল— তৰুণ সেন ডেকা, কমলা মজুমদাৰ আৰু খগেন বৰবৰুৱা। এই সন্মিলন উপলক্ষে ছাত্ৰৰ শোভাযাত্ৰাৰ সৈতে পুলিচৰ সংঘৰ্ষ হৈছিল। ছাত্ৰ সন্মিলনৰ এই সভাত ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ প্ৰতিষ্ঠাতা সকলৰ অন্যতম সৌমেন্দ্ৰ নাথ ঠাকুৰ অহাৰ কথা আছিল।

বৰদামাল গাঁৱৰ ট্ৰাইবেল যুৱ সন্মিলনৰ পিছত আৰু দুই এটা ট্ৰাইবেল ছাত্ৰ-যুৱক সন্মিলনত অংশ গ্ৰহণ কৰা মোৰ মনত পৰে। মোৰ সৈতে আৰু কিছুমান ছাত্ৰ-যুৱকো আছিল —যি সকলৰ ভিতৰত কিছুমান এতিয়া কং (ই) ৰ সক্ৰিয় কৰ্মী। এইবোৰ ছাত্ৰ-যুৱকৰ সভা সমিতি সেই সময়ৰ শাসক গোষ্ঠীৰ কুনজৰত আছিল। তাৰ কথা গম পাইছিলো চৰকাৰৰ চোৰাংচোৱাই আমাৰ গতিবিধিৰ প্ৰতি লক্ষ্য ৰখা দেখি। কংগ্ৰেছ দলৰ দুই এজন লোকে মোৰ পিতাক পৰামৰ্শও দিছিল যাতে মোক তেনে ধৰণৰ সভা সমিতিৰ পৰা বিৰত ৰাখে। অজানিতভাৱে মনটো বিদ্ৰোহী হৈ উঠিছিল। সেই দিন ধৰি বৰ্তমানলৈ এই অঞ্চলত (দুধনৈ) ব্যক্তিগতভাৱে জনা শুনা লোকৰ মনত মোৰ প্ৰতি ধাৰণা হ'ল যে মই এজন কমিউনিষ্ট। যদিও মোৰা ১৯৭০ চন মানৰ পৰাহে ভাৰতৰ

কমিউনিষ্ট আন্দোলনৰ সৈতে নহলেও কমিউনিষ্ট দলৰ কাম কাজৰ সৈতে সাধাৰণভাবে যুক্ত হওঁ আৰু সক্ৰিয়ভাৱে ৰাজনীতিত অংশ গ্ৰহণ কৰো ১৯৬৭ চনৰ পৰাহে।

বৰদামাল গাঁৱত অনুষ্ঠিত হোৱা ট্ৰাইবেল যুৱ সন্মিলনত বিষ্ণুৰাভাৰ মনোহৰণকাৰী বক্তৃতা শুনাৰ পিছৰ পৰা ১৯৬৭ চনলৈকে বিষ্ণুৰাভাৰ সৈতে মোৰ কোনো সংস্ৰৱ বা যোগাযোগ নাছিল। তাৰ কাৰণ মই এই সময়ছোৱাৰ ভিতৰত সক্ৰিয়ভাৱে ৰাজনীতিৰ সৈতে যুক্ত নাছিলো। অৱশ্যে তেখেতৰ সম্পৰ্কে বহু গুজৱ বা বহু ঘটনাৰ কথা মুখে মুখে হলেও শুনিবলৈ পাইছিলো। সেইবোৰৰ কিছুমানৰ বৰ্ত্তমানে দুই এটা ৰচনাৰ যোগেদি প্ৰকাশ পাই আছি আছে।

১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচনত বিষ্ণুৰাভা যেতিয়া তেজপুৰ বিধান সভা সমষ্টিৰ পৰা অসম বিধান সভালৈ নিৰ্বাচিত হ'ল তাৰ পিছতহে তেখেতৰ সান্নিধ্যই কওক বা ব্যক্তিগত পৰিচয়েই কওক—তেখেতৰ সৈতে যোগাযোগ হোৱাৰ সুযোগ হৈছিল। দুধনৈ সমষ্টিৰ চি-পি-আই দলৰ সেই সময়ৰ বিধায়ক কমঃ শৰৎ চন্দ্ৰ ৰাভাৰ সহযোগী কৰ্মী হিচাবে ৰাজধানী চহৰ চিলঙলৈ যোৱাৰ সুযোগ হোৱাত এই যোগসূত্ৰ স্থাপন হৈছিল।

এইখিনিতে অপ্ৰাসঙ্গিক যেন লাগিলেও সম্পূৰ্ণ মোৰ ব্যক্তিগত কথা কোৱাৰ পৰা বিৰত থাকিব নোৱাৰিলো। সেইটো হ'ল কমিউনিষ্ট দলৰ সৈতে মোৰ সক্ৰিয় ভুক্তি। ভাৰতৰ কমিউনিষ্ট আন্দোলনৰ ইতিহাস যি সকলে জানে তেওঁলোকক এই কথা সোঁৱৰাই দিয়াৰ আৱশ্যক নাই যে ১৯৬৪ চনত ভাৰতৰ কমিউনিষ্ট দল প্ৰকাশ্যভাৱে দুটা দলত বিভক্ত হয়। জন্ম হয় ভাৰতৰ কমিউনিষ্ট পাৰ্টি (মাৰ্ক্সবাদী)—চি-পি-আই (এম) ৰ। মই সেই সময়ত হাফলং কলেজত অসমীয়া বিভাগৰ শিক্ষকতা কৰি আছিলো। ইতিমধ্যে ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ ভিতৰত দুই অংশৰ দ্বন্দ্ব স্পষ্টভাৱে

প্ৰকাশ পাইছিল। ১৯৬২ চনৰ চীন-ভাৰতৰ যুদ্ধক কেন্দ্ৰ কৰি পাৰ্টিৰ বিভাজনে চূড়ান্ত ৰূপ পায়। কমিউনিষ্ট পাৰ্টিৰ বহু নেতাক সেই সময়ৰ প্ৰধান মন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহেৰুৰ চৰকাৰে এক্সটাৰ-নেল ইমাৰজেন্সী ঘোষণা কৰি জেলত বন্দী কৰি ৰাখে। কমিউনিষ্ট পাৰ্টিৰ দুই গ্ৰুপৰ মাজত তত্ত্ব আৰু নীতি লৈ বিতৰ্ক আৰম্ভ হয়। ১৯৬৪ চনত কলিকতাত বহা পাৰ্টি মহাসভাৰ জৰিয়তে ভাৰতৰ কমিউ-নিষ্ট পাৰ্টিৰ নতুন দল হিচাবে চি পি আই (এম)ৰ জন্ম হ'ল। চি পি আই (এম)ৰ এই কংগ্ৰেছত (মহাসভা) গৃহীত ৰাজনৈতিক বক্তব্য অৰ্থাৎ কৰ্মসূচী লিথ' কৰি দেশ জুৰি পাৰ্টিৰ সমৰ্থক আৰু গ্ৰুপৰ মাজত বিতৰণ কৰা হৈছিল। গুৱাহাটীতো কমিউনিষ্ট দলৰ দুটা অফিচ আৰম্ভ হৈ গৈছে। এটা পান বজাৰত (চি পি আই) আৰু আনটো পল্টন বজাৰত চি পি আই (এম)ৰ। মই নিজে তেতিয়াৰ পৰাই চি পি আই (এম)য়ে লোৱা কৰ্মসূচীৰ সমৰ্থক আছিলো। কিন্তু ১৯৬৫ চনত দুধনৈত কলেজ স্থাপন কৰাৰ ৰাইজৰ পৰিকল্পনাক কাৰ্য্য-কৰী কৰিবলৈ দুধনৈ লৈ অহাৰ পিছত অঞ্চলৰ নেতৃত্বত থকা কংগ্ৰেছী নেতা সকলৰ সৈতে কাম কাজত সংঘাত আৰম্ভ হয়—যদিও মই পোন-পটীয়াকৈ কমিউনিষ্ট দলৰ মুখপাত্ৰ কৰ্মী নাছিলো। দুধনৈ বা দক্ষিণ গোৱালপাৰাত তেতিয়াও চি পি আই (এম) ৰ কোনো সংগঠন গঢ়ি উঠা নাছিল। কংগ্ৰেছী নেতৃত্বৰ সৈতে আৰম্ভ হোৱা সংঘাতৰ ফলত অৱশেষত দুধনৈৰ সকলোবোৰ অনুষ্ঠান প্ৰতিষ্ঠানৰ পৰা মই বিতাৰিত হবলগীয়া হয়, আৰু নিজেও বিৰত থাকিবলৈ চেষ্টা কৰো।

১৯৬৭ চনৰ অসম বিধান সভাৰ নিৰ্বাচনত চি পি আই দলৰ প্ৰাৰ্থী কমঃ শৰৎ চন্দ্ৰ ৰাভাৰ পক্ষে নিৰ্বাচনী প্ৰচাৰত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰো। নিৰ্বাচনী কামৰ জৰিয়তে চি পি আই দলৰ দুধনৈ অঞ্চলৰ কৰ্মীসকলৰ সংস্পৰ্শলৈ অহাৰ সুযোগ হয়। এই দলৰ কিছুমান কৰ্মীয়ে চি পি আই (এম) দলৰ কাৰ্য্যসূচীৰ প্ৰতি আনুগত্য প্ৰকাশ কৰাত, অথচ কৌশলগতভাৱে একেলগে কাম কাজ কৰি সমগ্ৰ দক্ষিণ

গোৱালপাৰাৰ চি পি আই গ্ৰুপটোকে চি পি আই (এম) লৈ নিয়াৰ উদ্দেশ্যেৰে সাময়িকভাৱে চি পি আইৰ সদস্যপদ লবলৈ আগবাঢ়ি যাওঁ। কিন্তু বিভিন্ন অৱস্থাই আৰু আমাৰ ৰাজনৈতিক ধ্যানধাৰণাৰ অপৰিপক্কতাৰ ফলত আমাৰ কৌশলটো দীৰ্ঘদিনৰ বাবে চলাই যোৱাৰ অৱকাশ নিদিলে আৰু ১৯৭০ চনতে দক্ষিণ গোৱালপাৰাতো চি পি আই দুই ভাগত বিভক্ত হবলৈ বাধ্য হ'ল। সেয়ে বৰ্তমানো কমঃ শৰৎ চন্দ্ৰ ৰাভা চি পি আইৰ সদস্য হৈ আছে আৰু মই নিজে চি পি আই (এম) ৰ সদস্য হৈ আছো।

এতিয়া পুনৰাই বিষ্ণুৰাভাৰ প্ৰসঙ্গলৈ অহা যাওক। ১৯৬৭-৬৮ চনত ছোভিয়েট ৰাছিয়াৰ উজবেকিস্তানৰ এটি সাংস্কৃতিক দলে অসম ভ্ৰমণলৈ আহিছিল। উক্ত সাংস্কৃতিক দলৰ সম্বৰ্দ্ধনাৰ বাবে গুৱাহাটীৰ জিলা পুথিভঁৰালত এখনি সভা অনুষ্ঠিত হৈছিল। উক্ত সভাত বিষ্ণু ৰাভাই উজবেক সাংস্কৃতিক দলক সম্বৰ্দ্ধনা জনাই যি ভাষণ দিছিল সেই ভাষণৰ কথা এতিয়াও মনত পৰে। বাছুকবনীয়া শব্দৰে গ্ৰথিত প্ৰাঞ্জল ভাষাত সাৱলীল ভঙ্গিমাৰে এনে এটি হৃদয়স্পৰ্শী ভাষণ বিষ্ণু ৰাভাই দিলে যাৰ জৰিয়তে তেখেতে সিদিনা ভল্গাৰ পাৰৰ পৰা সিন্ধু-গঙ্গাৰ উপত্যকা অতিক্ৰম কৰি লুইতৰ পাৰলৈ বৈ অহা নতুন চিন্তা চেতনাৰ দ্বাৰা পৰিমাৰ্জিত সাংস্কৃতিক সৌভ্ৰাতৃত্ব জীৱন্তভাৱে সমগ্ৰ দৰ্শক শ্ৰোতা মণ্ডলীৰ সন্মুখত যেন উদ্ভাসিত হৈ উঠিছিল।

ইয়াৰ কিছুদিন পিছত বিষ্ণুৰাভাৰ সৈতে দুধনৈৰ এখন ৰাজহুৱা সভাত মিলিত হোৱাৰ সুযোগ পাওঁ। সিদিনাই কিছু সময়ৰ বাবে হলেও মোৰ নিজা বাসভৱনত তেখেতক আলহী হিচাবে পাওঁ। এই সান্নিধ্যই হ'ল বিষ্ণুৰাভাৰ সৈতে মোৰ আৰু পৰিয়ালবৰ্গৰ অন্তৰঙ্গ সান্নিধ্য। এই সান্নিধ্যৰ পৰা মোৰ এটা বাস্তৱ উপলব্ধি হৈছে এয়ে যে—যি চৰকাৰে শ্ৰমিক শ্ৰেণীৰ ৰাজত্ব কায়েম কৰিব বিচৰা কমিউনিষ্ট আদৰ্শৰ প্ৰতি শত্ৰুতা আচৰণ কৰি আহিছে তাৰ বাহিৰে ব্যক্তিগতভাৱে তেখেতৰ সান্নিধ্যলৈ অহা কোনো মানুহেই তেখেতক শত্ৰু বুলি জ্ঞান

কৰিব নোৱাৰে। পৰিচয় হোৱা মাত্ৰেই আপোন কৰি লোৱাৰ অসাধাৰণ প্ৰতিভা বিষ্ণুৰাভাৰ আছিল।

দুধনৈৰ জনসভাত বিষ্ণুৰাভাই কংগ্ৰেছ দল আৰু ইয়াৰ নেতৃত্বত চলা শাসনৰ তীব্ৰ সমালোচনা কৰি ভাষণ দিছিল। বক্তৃতা প্ৰসঙ্গত এটা সময়ত তেখেতে কংগ্ৰেছ দলৰ সম্পৰ্কে মন্তব্য দিছিল—কংগ্ৰেছ মৰি গৈছে, অকল মৰাই নহয় ই পচি গৈছে, অকল পচাই নহয় ই একেবাৰে গেলি গৈছে। অৰ্থাৎ কংগ্ৰেছে প্ৰগতিশীল কোনো ভূমিকা আজি আৰু গ্ৰহণ কৰিব নোৱাৰে। কংগ্ৰেছ সম্পৰ্কীয় বিষ্ণুৰাভাৰ এই বিশ্লেষণ শুনাৰ বাবে উল্লেখযোগ্য কোনো কংগ্ৰেছ কৰ্মী সভাত উপস্থিত নাছিল; অকল সেয়ে নহয় দুধনৈৰ উক্ত জনসভাত তুলনামূলকভাৱে ৰাইজৰ উপস্থিতি উৎসাহ ব্যঞ্জক নাছিল। ১৯৬৭ চনৰ নিৰ্বাচনত দুধনৈ বিধান সভা সমষ্টিৰ পৰা যদিও চি পি আই জয়যুক্ত হৈছিল, উক্ত বিজয়ৰ মূল কাৰণ হ'ল কংগ্ৰেছ নেতৃত্বৰ প্ৰতি সমষ্টিৰ অধিক সংখ্যক মানুহৰ আস্থাহীনতা আৰু ৰাজনৈতিকভাৱে নেতিবাচক দৃষ্টিভঙ্গী। সেয়ে বিষ্ণুৰাভা হিচাবে যদিও তেখেত বহলভাৱে পৰিচিত আছিল, কিন্তু একমাত্ৰ কমিউনিষ্টৰ প্ৰতি সৃষ্টি হোৱা বিদ্বেষ আৰু ঘৃণাৰ ফলশ্ৰুতি হিচাবে কমিউনিষ্ট বিষ্ণুৰাভাৰ প্ৰতিও এই চাম ৰাইজৰ আকৰ্ষণ নেতিবাচক দৃষ্টিভঙ্গীৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল।

বিষ্ণুৰাভাৰ বিষয়ে ব্যক্তিগতভাৱে জনা এই কেইটা কথা বা ঘটনাৰ মাজেদি, বিশেষকৈ কমিউনিষ্ট হিচাবে বিষ্ণুৰাভাৰ সান্নিধ্যলৈ অহাৰ সুযোগৰ ভিত্তিত যি ধাৰণা হৈছে সেইটো অকপটভাৱে কোৱাই ভাল। বিষ্ণুৰাভা এক কথাত কবলৈ হ'লে এগৰাকী আপোন ভোলা মানুহ, আদৰ্শগতভাৱে গৰীব জনসাধাৰণৰ দুখ দুৰ্দশাৰ কথা গভীৰভাৱে উপলব্ধি কৰিছিল বাবে তেখেত কমিউনিষ্ট আছিল, কিন্তু এক চেটীয়া পুঁজিপতিৰ নেতৃত্বত পুঁজিবাদী-সামন্তবাদী শাসনৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ হলে যি সচেতন শ্ৰমিক শ্ৰেণীৰ সাংগঠনিক নেতৃত্বৰ প্ৰয়োজন আৰু সেই নেতৃত্ব গঢ়ি তুলিবলৈ শ্ৰমিক-কৃষকৰ দৃঢ় মিত্ৰতাৰ ভিত্তিত সংগঠন গঢ়ি তোলা প্ৰয়োজন তাৰ প্ৰতি তেখেত সতৰ্ক আছিল বুলি কোৱা টান।

# বিষ্ণুৰাভাক লগ পাইছিলো

—মাধৱ ৰাভা

বিষ্ণুৰাভাদেৱক প্ৰথম লগ পাওঁ ১৯৫১-'৫২ চন মানত। মই তেতিয়া এম-ভি স্কুলত পঢ়োঁ। ৰাভাদেৱে আত্মগোপন কৰি এই অঞ্চলত ঘূৰি ফুৰিছিল। মই ছয়গাওঁৰ হোষ্টেলত থাকি পঢ়োঁ। এদিন আমাৰ গাওঁ ৰতনপুৰৰ পৰা হোষ্টেল অভিমুখে গৈ আছোঁ। পথাৰৰ মাজে মাজে গৈ থকা অৱস্থাতে ৰাভাদেৱৰ লগত ভেটাভেটি হওঁ। ৰাভাদেৱে ৰতনপুৰ আৰু বাটাকুছিৰ মাজৰ পকাধানৰ আলিয়ে আলিয়ে গৈ আছিল। প্ৰথমতে মই জনা নাছিলোঁ। মোৰ লগতে মুখামুখি হওঁতে ৰাভাদেৱে মোক সুধিলে—

—'ভাইটি তুমি ক'ত থাকা'

—'মই ৰতনপুৰত থাকো'—মই উত্তৰ দিলো।

—'ইয়াত মেল মিটিং কিবা হয়নে....পাৰ্টিৰ মিটিং চলে নেকি?

ৰাভাই সুধিলে।

—'কি মিটিং'

—'কমিউনিষ্ট পাৰ্টিৰ মিটিং....'

—মইতো বিশেষ নাজানো'....

এনেদৰে কথা পাতি প্ৰায় আধা মাইল দূৰ আগবাঢ়িলোঁ। মই সুধিলো:

—'আপুনি ক'ত থাকে?'

তেতিয়া কলে—'মই বিষ্ণুৰাভা, বিষ্ণুৰাভাৰ নাম শুনিছা?'

এনেকৈয়ে চিনাকি দি ৰাভাদেৱে ছয়গাওঁৰ পিনে গ'লগৈ।

ইয়াৰ পিচত ৰাভাদেৱক কুলসীত লগ পাওঁ। কুলসী ছয়গাওঁৰ পৰা প্ৰায় সাত মাইল দক্ষিণত—উগুৰিৰ পৰা তিনি মাইল নিলগত। তেতিয়া ৰাভা কুলসী লোহাৰঘাট, ৰাণী, এনেকৈ দক্ষিণ অঞ্চলৰ ট্ৰাইবেল অঞ্চলত ঘূৰি ফুৰিছিল—(৫৬-৫৭ চনত)। ইয়াৰ পিচত ৰাভাই ছয়গাওঁৰ পৰা প্ৰায় চাৰিমাইল দক্ষিণৰ ভেৰভেৰীলৈ পাৰ্টিৰ মিটিং কৰিবলৈ আহোতে লগ পাওঁ। সেই সময়ত বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ ভেৰভেৰীত কিছু পৰিমাণে সংগঠন আছিল' ছয়গাওঁৰ দক্ষিণে থকা ডুবজনি আৰু বাল্লাপাৰাতো কিছু পৰিমাণে এই পাৰ্টিৰ সংগঠন আছিল।

১৯৬৪ চনত দক্ষিণ কামৰূপ ট্ৰাইবেল ছাত্ৰ সন্মিলন পানতান হাইস্কুল খেলপথাৰত (ছয়গাওঁ পানতান) অনুষ্ঠিত হয়। তাত ৰাভাদেৱক মুখ্য অতিথি হিচাবে আমন্ত্ৰণ কৰা হৈছে। মই নিজে গুৱাহাটীলৈ গৈ উলুবাৰীত ৰাভাদেৱক লগ পাই সন্মিলনলৈ অহাৰ কাৰণে খৰচ পাতি দি আহিছিলোঁ। সেই মতে তেখেত আহে আৰু ৰতনপুৰৰ মুনি দলৈ আৰু আমাৰ ঘৰত থকা খোৱা কৰে। সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ মই সভাপতি আছিলোঁ। সন্মিলনৰ মুখ্য অতিথিৰ আসনৰ পৰা ৰাভাদেৱে দিয়া ভাষণত মানৱ জীৱন সম্পৰ্কে জাতি-ভেদ প্ৰথাৰ আবিৰ্ভাৱ, জাতি উপজাতি কেনেকৈ হ'ল, ইত্যাদি বিভিন্ন দিশ ফহিয়াই অতি সাৰগৰ্ভ ভাষণেৰে আমাক আনন্দ দিছিল। ধৰ্ম সম্পৰ্কেও তেওঁ বহু কথা ফহিয়াই কৈছিল। ৰাভাদেৱৰ ভাষণ অতি সহজ সৰল আৰু কাব্যিক। মানুহে সহজে হৃদয়ঙ্গম কৰিব পাৰিছিল। বিশেষকৈ গাৰোঁলীয়া হোজা বাইজ ৰাভাৰ সাৰুৱা ভাষণ শুনি অতিকৈ মুগ্ধ হৈছিল।

ব্যক্তিগতভাৱে, ৰাভা বৰ অমায়িক আৰু নিৰহঙ্কাৰী আছিল। মানুহৰ লগত সহজে মিলি যাব পাৰিছিল। আমাৰ ঘৰলৈ যেতিয়া আহে তেতিয়া অতি ঘৰুৱা হৈ পৰিছিল। মোৰ পৰিবাৰ জানেবালা ৰাভাক তেওঁ জীয়াৰীৰ দৰে মৰম কৰিছিল।

[ মাধব ৰাভা—ছয়গাওঁৰ ওচৰৰ উগুৰি গাওঁৰ ]

# আত্মগোপনকাৰী বিষ্ণুৰাভাই কি কৰিছিল আৰু কি কৈছিল

—ডম্বৰু দাস

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ বহু কথায়েই আজি মনত পৰিছে। তেওঁৰ কৈ যোৱা কথা আৰু তেওঁৰ লগত ঘূৰি ফুৰি ভ্ৰমণ কৰাৰ সময়ত দেখিবলৈ পোৱা কাহিনীবোৰ। আজি তেনেকুৱা কিছুমান কথা লিখিবলৈ ইচ্ছা কৰিছোঁ। ৰাভাদেৱে যি সময়ত আত্মগোপন কৰি থাকিব লগা হৈছিল সেই সময়ত অসমৰ সকলো গাওঁ-নগৰতে এৰাতি থাকি গৈছে। অসমৰ বাহিৰত ভুটান ৰাজ্যলৈও তেওঁ গৈছিল। নাগাভূমিতো কিছুদিন হৰেণ কলিতাৰ লগত আছিল। সেইবোৰ বহু কাহিনী। ৰাভাই নিজে কোৱামতে তেওঁ দহ হেজাৰ মাইল ভ্ৰমণ কৰিছিল।

ৰাভাদেৱে আত্মগোপন কৰি বৰপেটাৰ গলিয়াহাটীত নবীন চন্দ্ৰ দাসৰ ঘৰত আৰু গণককুছিৰ হেমৰথ দত্ত চৌধুৰীৰ ঘৰত বহুদিন আছিল। ৰাতি গলিয়াহাটীত। দিনটো গণককুছিত। সেই সময়তে তেওঁ বৰপেটাৰ বহু কথা কোৱা মনত পৰে। 'বৰপাত' শব্দৰ পৰা বৰপেটা শব্দৰ জন্ম হোৱা, শঙ্কৰী যুগ আৰম্ভ হোৱাৰ সময়তে এমাহ জুৰি বৰপেটাৰ সত্ৰত 'আহুঁত আৰু বট গছত বিবাহ উৎসৱ হোৱাৰ কথা তেখেতে কোৱা মনত পৰে। ৰাভাদেৱে এই বিষয়ে বহুতকে লিখিবলৈ উপদেশ দিয়াৰ কথাও জানোঁ। ৰাভাৰ বৰপেটাৰ লগত সম্পৰ্ক বৰ গভীৰ আছিল। হাৰমোনিয়াম আৰু তবলা ৰাভাই

বৰপেটাতে শিকে। আৰু শাস্ত্ৰীয় সংগীতৰ প্ৰতি মন আকৰ্ষণ কৰে বৰপেটাতে। শাস্ত্ৰীয় সংগীত সম্পৰ্কে ৰাভাই ওস্তাদ খৰ্গেশ্বৰ ৰায়নৰ লগত বহু আলোচনা কৰিছিল। আৰু সেই সময়তে দুয়ো লগ হৈ কেইটামান বৰগীতৰ স্বৰলিপি প্ৰকাশ কৰিছিল। সেইবোৰ কলিকতাৰ পৰা প্ৰকাশিত আলোচনীত প্ৰকাশ পোৱা বুলি জনা যায়। বৰপেটাতে ৰাভাদেৱৰ সংস্কৃতিৰ জয়যাত্ৰা দৰাচলতে আৰম্ভ হয়।

আত্মগোপন কৰি থকা অৱস্থাত তেওঁ উত্তৰ কুছি ( পুৰণি নাম নামেদৰা ) গাঁৱৰে চৌকি হৈ পাগলাদিয়া নদী পাৰ হৈ ভূটান পাহাৰত প্ৰৱেশ কৰিছিল। আৰু ভূটান পাহাৰৰ সাত চাওঁনি উঠি 'হা' নামৰ গাওঁখনত আশ্ৰয় লৈছিল। এই 'হা' গাৱঁতে ভূটীয়াসকলে ৰাভাদেৱক ভূটীয়া-ৰজা পাতে। ৰাভাই খুব ভালদৰে ভূটীয়া ভাষা ক'ব জানিছিল। তেওঁ ভূটানত থকা দিনবোৰত বুদ্ধ গুৰু কামৰূপীয়া 'মীননাথ'ৰ বিষয়ে বৰকৈ কৈছিল। আনকি ভূটানৰ 'টেম্বু' নামৰ জাতিটো অসমৰ পৰা যোৱা লোক বুলি তেওঁ মতামত প্ৰকাশ কৰিছিল। ৰাভাদেৱৰ মতে এইটো অসমৰ মদাহী জাতি। এসময়ত এই জাতিটোৱে ভূটানৰ ৰাজপাটত বহিছিল। এই 'হা' গাৱঁত কিছু-দিন থাকি আন কেইখনমান গাওঁ ঘূৰি আকৌ ভূটান পাহাৰৰ পৰা দোৱানগিৰি পথেৰে নামি আহি তামোলপুৰ ওলায়। তামোল-পুৰত বহুদিন থাকে। মহেন্দ্ৰ গাওবুঢ়াৰ ঘৰত বহুদিন থকা মনত পৰে। তামোলপুৰত থকা কালত ৰাভাই বড়ো ভাষাত বহুতো গীত ৰচনা কৰিছিল। আৰু 'জাওলা দেৱান' নামেৰে বড়ো ভাষাত এখন নাট ৰচনা কৰিছিল। এই নাটকখন এতিয়াও তামোলপুৰত আছে। তাক সংৰক্ষণ কৰিব লাগে। এই এলেকাত বহুবোৰ পৰিয়ালত ৰাভাই লিখা বড়ো গীত পোৱা যায়। সেইবোৰ এতিয়াও মৌখিক সাহিত্যস্বৰূপ 'ৰাভাগীত' বুলি চলি আছে।

বিষ্ণুৰাভাই কিছুদিন নগা পাহাৰত হৰেণ কলিতাৰ লগত আত্মগোপন কৰি আছিল। সেই সময়ত তেওঁ ডিমাপুৰৰ অধিবাসী

সকলোৰে লগ ধৰি তেওঁলোকৰ মনৰ কথাৰ বুজ লৈছিল। উদিমা-পুৰখন অসমৰ পৰা খহি পৰাৰ কাৰণে উদিমাপুৰৰ বড়ো-জনজাতিৰ লোকসকলে দুখ কৰিছিল আৰু অসমৰ লগত চামিল কৰাৰ হকে ৰাভাদেৱৰ সহায়-সহযোগিতা কামনা কৰিছিল। ৰাভাই নগা পাহাৰত এজন নগাৰ ঘৰতে আশ্ৰয় লৈ আছিল। সঁচা কথা ক'বলৈ হ'লে নগা পাহাৰত ৰাজনীতিৰ বীজ ৰোপন কৰিছিল হৰেণ কলিতাই। বৰ্তমান সেই বীজ ৰোপনৰ গছডাল ডাঙৰ হৈ আহিছে, আৰু বহুতো ডাল-পাত হৈছে। ৰাভাই সুন্দৰকৈ নাগামিজ ক'ব পাৰিছিল। সেই কাৰণেই নগাসকলে ৰাভাক বৰ মৰম আৰু যত্ন সহকাৰে ৰাখিছিল। নগা পাহাৰৰ পৰা আহি তেওঁ বহুদিন পাচিবাৰীত থাকে। তাৰ পৰা তেজুলৈ যায়। তাৰ পৰা নামি আহে। আকৌ অসমত আকৌ প্ৰবেশ কৰে।

ৰাভাদেৱে নেপালী ভাষাও ভালদৰে জানিছিল। নেপালী ভাষাতো বহু গীত ৰচনা কৰিছিল, আৰু সুৰ দিছিল। এই গীত-বোৰ এতিয়াও বহু নেপালী গাৱঁত প্ৰচলিত হৈ আছে। এবাৰ 'বৰাপেটা'ত নেপালী গ'হ খুটিৰ মালিক তিনিচিঙা মহাজনৰ 'বাথান'ত আমি ৰাভাদেৱৰ লগত এৰাতি আছিলোঁ। ৰাতিৰ ভিতৰতে হৰিণ মাৰি বিৰাট আনন্দেৰে মেলা পাতি নেপালী সংস্কৃতিৰ পয়োভৰ পাতি থকা স্মৃতি মনত পৰিছে। তাতেই বুজি পাইছিলো ৰাভাদেৱ নেপালী সাহিত্য-সংস্কৃতিৰ লগত সুপৰিচিত লোক বুলি। সেইদিনা তেওঁৰ নেপালী নাচ এটাও মনত পৰে। আমাৰ লগত হৰি বৰ্মনো আছিল, আৰু আছিল ফাগুনা বৰ্মন। বৰপেটাৰ পৰা সকলোবোৰেই খোজ কাঢ়ি বাটবাৰীলৈ গৈছিলোঁ। এই বাটাবাৰীতে শুনিছিলোঁ মন্ত্ৰৰ দ্বাৰা মানুহ বাঘ হ'ব পাৰে বুলি। মন্ত্ৰৰ দ্বাৰা মানুহ বাঘ হোৱা বহু কাহিনী ৰাভাদেৱে কোৱা মনত পৰে। কিন্তু কাহিনীবোৰ পাহৰি গৈছোঁ। সেই সময়ত বাটাবাৰীত দিনতে বাঘ আৰু হাতী ওলায়। আমি কিন্তু এইবোৰলৈ ভয় কৰা নাছিলোঁ। পালে পালে হৰিণবোৰ

দৌৰি ফুৰা দেখিলে মনটো নাচি উঠে। কি অপূৰ্ব দৃশ্য এই অসমৰ।

এবাৰ ৰাতি বৰপেটাৰ পৰা সৰ্থেবাৰীলৈ ঘোৰাৰ পথত বিষ্ণু ৰাভাসহ আমি এক ভয়াবহ মটৰ দুৰ্ঘটনাত পৰো। তাতে মোৰ বাওঁহাতখন ভাঙে। কেইজনমানৰ মূৰ ফাটে। কিন্তু কি আচৰিত ৰাভাদেৱৰ একোকে নহ'ল। এনেকুৱা আৰু বহুতো দুৰ্ঘটনাৰ কথা মনত আছে। কিন্তু সেইবোৰ সৰু সৰু। কিন্তু ৰাভাৰ আত্মগোপনৰ কাহিনী বিশাল কৈ শেষ কৰিব নোৱাৰি। তেওঁ সদায় কৈছিল অসমৰ পৰ্বত-ভৈয়ামত বাস কৰা সকলোলোকেই অসমীয়া। অসমীয়া ভাষা সংস্কৃতি হ'ল অসমত বাস কৰা সকলোৰে ভাষা সংস্কৃতি। অসমীয়া ভাষা সংস্কৃতি আনে মানে বঢ়ো ভাষা সংস্কৃতি থাকিব। মৰিলে একেলগে মৰিব। ৰাভাই যিবোৰ ৰাজহুৱা সভাত ভাষণ দিছিল সেইবোৰত তেওঁ মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ অৱদানৰ বিষয়ে সমজুৱাক সোঁৱৰাই দিছিল। মহাপুৰুষ শংকৰদেৱে যিদৰে সমাজৰ পৰা নিশাচৰ খেদিবলৈ জন্মগ্ৰহণ কৰিছিল, ঠিক সেইদৰে ৰাভায়ো সমাজৰ পৰা নিশাচৰ খেদিবলৈ জন্মগ্ৰহণ কৰিছিল।

পৰিশিষ্ট :

# বিষ্ণুদা উভতি আহিল

—হেমাংগ বিশ্বাস

কিমান উৎকণ্ঠা, কিমান প্ৰাৰ্থনা, আউবিয়ে আউবিয়ে চিঠি আয়োজিত সাংস্কৃতিক-সন্ধিয়াত সতঃস্ফূৰ্ত দান বৰঙণি। কিমান কবিতা। অসমৰ সমগ্ৰ জনতাৰ চকুত এক প্ৰতীক্ষা: কমৰেড্ ৰাভা উভতি আহিব। এজন শিল্পীৰ অসুস্থতাত অসমৰ গণমানসৰ এনে মৰম-সনা আকুতিৰ তোলপাৰ কেতিয়াও দেখা নাই। বিষ্ণুদাক আকোৱালি একে উশাহেৰে এই কথাষাৰ কওঁ।

ই হ'ল ব্ৰজ শৰ্মাৰ মৃত্যুৰ প্ৰায়শ্চিত্ত। উত্তৰত কলে বিষ্ণুদাই। অসমৰ বাইজৰ মৰমত অভিভূত বিষ্ণুদাই ব্ৰজ শৰ্মাৰ মৰ্মান্তিক মৃত্যুৰ কথা পাহৰা নাই। অসমৰ লোকনাট্যৰ জনক—বিপ্লৱী ব্ৰজ শৰ্মা গুৱাহাটীৰ হাস্পতালত যেতিয়া চকুমুদিছিল গুৱাহাটীৰ প্ৰবহ-মান জীৱনত সেইদিনা এটা কাউৰীৰ মৃত্যুৰ গুঞ্জনৰ প্ৰতিধ্বনিও উঠা নাছিল। 'কল্লোজগত'ৰ কেইজনমান বৰমুৰীয়াই সেই খবৰ পাইও শবানুগমনৰ সময় উলিয়াব পৰা নাছিল। ....বিষ্ণুদাই যেন তেওঁলৈ দেখুওৱা অকুৰন্ত মৰমৰ ফুলেৰে গঁথা মালাডাল সোলোকাই লৈ তেওঁৰ অগৰীয়াৰ বিস্মৃত সমাধিৰ ওপৰত স্থাপন কৰিলে।..

এইয়া হ'ল ৰাভা। এই ভয়ংকৰ বেমাৰেও তেখেতক আত্মমুখীন কৰিব পৰা নাই। দৃষ্টি তেওঁৰ আগৰ দৰেই দিগন্ত-প্ৰসাৰিত। বলিষ্ঠ দেহা আক্ৰান্ত, কিন্তু এতিয়াও মনটো চিৰন্তন অপৰাজিত আশাবাদী।

""খবৰ পালো বিষ্ণুদা বোম্বেৰ পৰা তেজপুৰলৈ যোৱাৰ পথত কলিকতা আহি পাইছে। আছে শ্ৰীঅম্বিকাপদ চৌধুৰীৰ ঘৰত। বোম্বেৰ পৰা লগত আহিছে নিশিপদ চৌধুৰী। তৎক্ষণাৎ আমি চাৰিজন—জগন্নাথ ভট্টাচাৰ্য, হেম শৰ্মা, নলিনী গগৈ আৰু মই তালৈ ৰাওনা কৰিলো। মনত আশঙ্কা কি অৱস্থাত গৈ পাম।

...আমাৰ ভয় ভাবনাক ওৰ পেলাই তেওঁ উঠি আহি আমাক আলিঙ্গনাবদ্ধ কৰিলে।...কেৱল সমুদ্ৰশঙ্খৰ কণ্ঠত কৰ্কটৰ কামোৰৰ স্পৰ্শ নাপালো। অসমৰ পৰা কিমান চিঠি বোম্বেৰ টাটা কেনছাৰ ইনষ্টিটিউটৰ ডিৰেক্টৰলৈ। ডিৰেক্টৰে মোক সুধিলে, মিঃ ৰাভা আপুনি বিদেশলৈ যাব বিচাৰে নেকি। মই কলো, এচিয়াৰ শ্ৰেষ্ঠ ইনষ্টিটিউটৰ ডিৰেক্টৰ আপুনি। ইয়াত দেখিছো জাপান, বাৰ্মা, ইন্দোনেছিয়া প্ৰভৃতি দেশৰ পৰা বেমাৰী আহিছে আপোনাৰ ওপৰত আস্থা ৰাখি—আৰু মই—ভাৰতীয় হৈ আপোনালৈ অনাস্থা দেখুৱামনে? —I am not Anna, I am Rava. সেই উৰাৰ হাঁহি। মই আন্নাদুৰাই নহয়, মই ৰাভা। ডিৰেক্টৰে এই কথাত ইমান বঙ পালে যে সকলো ডাক্তৰৰ ওচৰলৈ গৈ অসমৰ গণশিল্পীৰ এই উক্তিক দোহৰাব ধৰিলে।

বুকুৰ ওপৰত ৰেডিয়মৰ তীব্ৰ দাহনৰ দাগ—গাৰ চোলাটো খুলি আমাক দেখুৱালে....হাঁহি হাঁহি। কিন্তু সেই পোৰনিৰ চেকা যেন আমাৰ অন্তৰত লাগিল।...আৰু একমাহ পিচত তেওঁ আকৌ বোম্বেলৈ যাব লাগিব পৰীক্ষা কৰাবলৈ। মই কৈছো প্ৰয়োজন হ'লে আঙ্গুলাত অসুক কাটি টুকুৰা টুকুৰ কৰিব—মই তথাপি বাঁচি থাকিম।

এনে এটা ভয়ঙ্কৰ কথা ইমান সহজকৈ বিষ্ণুদাই কৈ গ'ল—কোনো অভিনয়ৰ ভাও তাত নাছিল, যেন এক জীৱনবাদী মানুহৰ গভীৰ বিশ্বাসৰ পৰা ওপজা সহজ প্ৰত্যয়।...

আমাৰ আলোচনা নবীয়াপাটীৰ পৰিধি ভাঙি ওলাই পৰিল দেশৰ বিবিধ সমস্যাৰ পথাৰলৈ।

কথা বাগৰি আছিল অসমৰ নৱনাট্য আন্দোলনলৈ। সেই আন্দোলনতো চহৰৰ বঙ্গমঞ্চ বা ৰবীন্দ্ৰসদনত হোৱা নাই। আন্দোলন হৈছে গাৱঁত। যেতিয়া নাগৰিক-নাট্য, বঙ্গমঞ্চৰ খোৱাৰ চাওত জাহ যাব ধৰিছিল, তেতিয়া নৱনাট্য আন্দোলনৰ অগ্ৰণীৰথ হিচাবে ওলাল 'নটৰাজ', 'সুৰদেৱী', 'পূৰ্বজ্যোতি', আৰু নতুনকৈ পতা 'অহৰজ্যোতি'। ইয়েই আচল জাতীয় নাট্য, জাতীয়-নাট্য সৃষ্টি নহ'লে জাতীয় নাট্যশালা হব ৰামহীন ৰামায়ণ। "অসমৰ গণনাট্যৰ এজন প্ৰতিষ্ঠাতা হিচাবে মোৰ ওচৰত ই হ'ল আটাইতকৈ ডাঙৰ বাতৰি। ... বিষ্ণুদাই উৎসাহেৰে বৰ্ণাইছিল .. তেওঁৰ অভিজ্ঞতাৰ কথা সেইবোৰ ভ্ৰাম্যমান মঞ্চৰ কাহিনী তেওঁলোকৰ অপূৰ্ব মঞ্চ স্থাপনা, ঘূৰ্ণ্যমান মঞ্চৰ গতিবেগ, অভিনয়ৰ উৎকৰ্ষতা ...আটাইতকৈ লেখতলবগীয়া... নতুন দৰ্শক—গাঁৱৰ আপামৰ জনসাধাৰণ। মই কলো, জনবিৰোধী এক প্ৰতিক্ৰিয়াশীল চৰকাৰৰ পৃষ্ঠপোষকতাত বা আৰ্থিক সাহাযাত আজিৰ নাট্য-আন্দোলন হ'ব নোৱাৰে—দুখীয়া ৰাইজৰ অৰ্থেৰে আৰু সমৰ্থনতেই ই কেৱল সম্ভৱ। 'পূৰ্বজ্যোতি', সুৰদেৱী, নটৰাজ প্ৰভৃতি থিয়েটাৰেই ই প্ৰমাণ কৰিছে। ....কিন্তু এতিয়াও সমস্যা ভাল নাটকৰ —দুখীয়া ৰাইজৰ জীৱন সংগ্ৰামক প্ৰতিফলিত কৰা নাটকৰ। 'এমুঠি চাউলে'তো আজিৰ ৰাইজৰ ক্ষুধা পূৰাব নোৱাৰে। মই সুধিলো 'ৰঙিয়া বিদ্ৰোহ'ৰ আলম লৈ নাটক ৰচোতা এতিয়াও নোলাল কিয়? বিষ্ণুদাৰ অন্তৰৰ বিপ্লৱী ৰূপটি যেন জাগি উঠিল। তেওঁ আবেগেৰে বৰ্ণাব ধৰিলে ৰঙিয়া বিদ্ৰোহৰ, পলগুৰি ধাওয়াৰ—লচ্ছমীয়া ধাওয়াৰ ইতিহাস। হয়তোবা তাৰে লগত মিহলি আছিল কিম্বদন্তি। . কিন্তু নাটকতো ক্ৰিটিকেল নহয়—নাটক হ'ল ইতিহাস। কিম্বদন্তি। ...এই প্ৰজা বিদ্ৰোহৰ বুৰঞ্জী হ'ব লাগে আজিৰ সমস্যা বা লোকনাট্যৰ প্ৰধান সম্বল।....১৭ জানুৱাৰীত আমি কলিকতাত ৰূপকোঁৱৰ দিবস পাতিছিলো, ৰূপকোঁৱৰে কৈছিল: 'আজিৰ যুগ জনযুগ—আজিৰ কাল ক্ৰান্তিকাল—আজিৰ সংস্কৃতি হাতুৰী

আৰু হলধৰৰ সংস্কৃতি।' বিষ্ণুদাৰ বাহিৰে আৰু কোনে আজি এই জনসংস্কৃতিৰ নেতৃত্ব দিব পাৰে ?

আমি সকলোৱে মিলি বিষ্ণুদাক অনুৰোধ জনালো তেওঁৰ স্মৃতিৰ টুকুৰাবোৰ যেন এইবাৰ আমাৰ কাৰণে লিপিবদ্ধ কৰি ৰাখে। এইমাত্ৰ যে প্ৰজাবিদ্ৰোহৰ কাহিনী কলে, তাৰ আলম লৈ এখন নাটকৰ স্কেচ কৰি গ'লেও তাওঁৰ কথা—সংগ্ৰামী সংগ্ৰাম আৰু জনতাৰ ঘনিষ্ঠ সান্নিধ্যৰ কাৰণে তেওঁ যি লিখি যাব আমাৰ কাৰণে সি হ'ব অাপূৰণীয় ধন।....কিন্তু আমাৰ কথাবোৰ যেন শুনাইছিল swansong....বিদায় সঙ্গীতৰ দৰে।....মনত বৰ বেয়া লাগি গ'ল।....

এই বছৰ বিষ্ণুদাৰ ৬০ তম জন্মতিথি। আমি পয়োভ:ৰ পালন কৰিব লাগিব।....বাৰে বাৰে ঘূৰি আহক এই জন্মদিন।

[ 'আমাৰ প্ৰতিনিধি'ৰ ৯ ম বছৰ, ৭ ম সংখ্যাৰ পৰা ]

# বিষ্ণুপ্ৰসাদ ৰাভাৰ ঘটনাবহুল জীৱন পঞ্জী

১৯০৯ চন, ৩১ জানুৱাৰী, বৃহস্পতিবাৰ,—জন্ম স্থান-ঢাকা,

১৯১৭ ঃ পিতৃ গোপাল চন্দ্ৰ ৰাভাৰ সামৰিক বিভাগৰ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ। বৃটিছৰ পৰা প্ৰাপ্ত পুৰস্কাৰ বিনা খেতিৰ মাটি লৈ তেজপুৰত স্থায়ীভাৱে বসতি কৰিবলৈ লয়। বঙলা প্ৰাইমাৰী শিক্ষা ঢাকাতেই শেষ হোৱাত তেজপুৰত ৰাভাই চতুৰ্থ শ্ৰেণীত ভৰ্ত্তি হয়।

১৯১৭ ঃ পিতৃ গোপাল চন্দ্ৰ ৰাভাৰ পৰলোক।

১৯২৬ ঃ প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ। কলিকতাৰ চেণ্টপ'ল কলেজত আই-এছ-চি শ্ৰেণীত নাম ভৰ্ত্তি। এই সময় হোৱাতে বিষ্ণু প্ৰসাদে কলা চৰ্চাত মনোনিবেশ কৰে। কলেজত ক্ৰিকেট টিমৰ কেপ্তেইন ও নিৰ্বাচিত হয়।

১৯২৮ ঃ আই-এছ-চিত উত্তীৰ্ণ। কলিকতাৰ ৰিপন কলেজত বি-এছ-চি শ্ৰেণীত নাম ভৰ্ত্তি। কলেজৰ ফুটবল কেপ্টেইন নিৰ্বাচিত হয়। কলিকতীয়া কলেজত অসমীয়া ছাত্ৰক এনে সন্মান এয়ে প্ৰথম।

১৯২৮ ঃ কলিকতাৰ Empire Theatre ত বিশ্ববিখ্যাত কচ নৃত্য পটীয়সী প্ৰাইমা বেলেৰিনা আনা পাভলোভাৰ অপূৰ্ব ৰাজহংসী নৃত্য' প্ৰদৰ্শন। নৃত্য দেখি ৰাভা মুগ্ধ হয়। আনা পাভলোভাক সাক্ষাৎ কৰে।

১৯২৯ ঃ ৰিপন কলেজত বি-এচ-চি প্ৰথম বাৰ্ষিক পৰীক্ষা দি দ্বিতীয় বাৰ্ষিকলৈ উত্তীৰ্ণ। কলিকতাত তেতিয়া স্বাধীনতা আন্দোলনত ছাত্ৰ সমাজৰ মাজত অস্থিৰতাই দেখা দিয়ে।

সন্ত্ৰাসবাদী সকলৰ লগত থকা বুলি বিষ্ণু প্ৰসাদৰ ওপৰতো পুলিচৰ চোকা নজৰ পৰে। তেওঁৰ ছাত্ৰাবাসৰ কোঠা খানাতালাচ কৰা হয়। তেতিয়া ৰাভা কলেজৰ জেনেৰেল কেপ্তেইন।

অতিষ্ঠ হৈ ৰাভাই কোচ বিহাৰৰ ভিক্টোৰিয়া কলেজৰ পৰা ট্ৰেন্সফাৰ চাৰ্টিফিকেট লয়।

১৯২৯-১৯৩১ : কোচ বিহাৰৰ ৰাজভৱনৰ দুৱাৰমুখত ৰিজেন্ট হাটচিচন আৰু দেৱান খাস্তগীৰ বিৰুদ্ধে ৰাভাই চাৰিশাৰী বাংলা কবিতা লেখি আঁৰি দিয়ে ঃ

ৰাজ্যে আছে দুইটি পাঠা,
একটি কালো একটি সাদা।
ৰাজ্যেৰ যদি মঙ্গল চাও,
দুইটি পাঠাই বলি দাও ।।

কোচ বিহাৰৰ পৰা বিপ্লৱী ৰাভাক চৰকাৰে বহিষ্কাৰ কৰে। কলেজ কৰ্তৃপক্ষই দিয়ে বাধ্যতামূলক ট্ৰেন্সফাৰ চাৰ্টিফিকেট।

ৰংপুৰৰ কাৰমাইকেল কলেজত বি-এ শ্ৰেণীৰ ৪ৰ্থ বাৰ্ষিকত গৈ নাম ভৰ্ত্তি কৰে। এই সময়তে তেওঁ ৺মাধৱ বেজবৰুৱা সম্পাদিত 'বাহী' আলোচনীৰ 'চিত্ৰলেখা' বিভাগটো পৰিচালনা কৰে। 'আৱাহন'ত 'সংগীত আৰু শ্ৰীশ্ৰীশংকৰদেৱ গায়ন' প্ৰবন্ধ লেখি প্ৰকাশ কৰে।

১৯৩১ ঃ কলিকতাৰ ভৱানীপুৰত Argo Pictures corporation' নামে বোলছবি নিৰ্মাণৰ উদ্দেশ্যে মনিবাবুৰ সহযোগত এটি কোম্পানী খোলে। কিন্তু ফলৱতী নহয়।

অসমাপ্ত কলেজীয়া জীৱনৰ অন্ত। বি-এ ৰ বাৰ্ষিক পৰীক্ষা দি ৰাভা তেজপুৰলৈ ঘূৰি আহে।

পুলিচ বিভাগৰ প্ৰাপ্ত উক্ত পদ প্ৰত্যাখ্যান।

১৯৩৩-১৯৪০ ঃ ৰাভাৰ ধ্যান ধাৰণা আছিল অসমীয়া সংস্কৃতিৰ পুনৰুজ্জীৱন।

১৯৩৫ ঃ জ্যোতিপ্ৰসাদৰ সতে 'জয়মতী' আৰু 'শোণিত কুঁৱৰী' নাটৰ ৰেকৰ্ড 'জয়মতী বোলছবিৰ নৃত্য পৰিচালনাত সহযোগ।

১৯৩৯ ঃ কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা নৃত্য প্ৰদৰ্শনৰ বাবে আমন্ত্ৰণ ক্ৰমে ৰাভা বেনাৰচত দলে বলে উপস্থিত হয় আৰু শিৱ তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰি দৰ্শকৰ পৰা ভূয়সী প্ৰশংসা বোটলে। বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ দ্বাৰা তেওঁ পুৰস্কৃত হয়।

১৯৪৫ ঃ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সতে সংযোগ স্থাপন। পাৰ্টিৰ নেতা উপেন শৰ্মাৰ জৰিয়তে বছৰটিৰ শেষৰ ফালে ৰাভা পাৰ্টিৰ সান্নিধ্যলৈ আহে।

১৯৪৬ ঃ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সৰ্বৰহী নেতা ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰিয়ালৰ সৌমেন্দ্ৰ নাথ ঠাকুৰৰ সতে পৰিচয় আৰু বন্ধুত্ব স্থাপন। ৰাভা তেতিয়া কলিকতাত 'চিৰাজ' ছবিৰ কামত ব্যস্ত। সৌমেন্দ্ৰ ঠাকুৰ পাৰ্টিৰ সক্ৰিয় সদস্য। পাৰ্টিৰ আদৰ্শ আৰু কাৰ্য্যসূচীৰ প্ৰতি ৰাভা আকৰ্ষিত হয়।

এই বছৰতে জুন মাহত পাৰ্টিৰ অসম শাখাৰ প্ৰথম প্ৰাদেশিক সন্মিলন বহে গোৱালপাৰা টাউনত। ৰাভাই এই সন্মিলনত কলিকতা শাখাৰ সভাপতি হিচাবে যোগ দিয়ে। সৌমেন্দ্ৰ নাথ ঠাকুৰে মুকলি সভাৰ সভাপতিত্ব কৰে।

১৯৪৭ ঃ ১৫ আগষ্ট : ভাৰতৰ স্বাধীনতা লাভ। বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে এই স্বাধীনতাক প্ৰকৃত স্বাধীনতা বুলি স্বীকাৰ নকৰি ইয়াৰ বিপৰীতে মতামত ডাঙি ধৰে। দেশৰ ৰাষ্ট্ৰ

ক্ষমতা জাতীয় বুর্জোৱা শ্রেণীৰ প্রতিভূ কংগ্রেছ দলৰ নেতৃবর্গৰ হাতত ঘূৰিছে মাথো চমজাই গ'ল বুলি পার্টিয়ে মন্তব্য দিয়ে।

১৯৪৮ ঃ বুর্জোৱা চৰকাৰৰ পতন ঘটাই শ্রমিক কৃষকৰ গণতান্ত্রিক ৰাষ্ট্র প্রতিষ্ঠাৰ বাবে বিপ্লবী কমিউনিষ্ট দলৰ বীৰভূমত বহা কর্মসূচী মর্মে সশস্ত্র সংগ্রামৰ পথ গ্রহণ কৰা হয়। অসমৰ বহুতো পার্টিৰ নেতা গ্রেপ্তাৰ হয়। পার্টিৰ নির্দেশত বিষ্ণুৰাভাসহ আন সক্রিয় পার্টিৰ নেতা সকলে আত্মগোপনৰ কঠিন জীৱনৰ আৰম্ভ কৰে।

১৯৪৮-১৯৫২ : ৰাভাৰ অজ্ঞাতবাস বা আত্মগোপন কাল। ৰাভা সোমাই পৰে অসমৰ বিশাল প্রান্তৰ কৃষক বনুৱাৰ মাজত। অসমৰ বিস্তৃত গ্রাম্যাঞ্চল তেওঁ গঢ়কে। কৃষক শ্রমিকৰ ৰাজনৈতিক চেতনা জগাই তুলিবলৈ তেওঁ তৎপৰ হৈ পৰে। ৰাইজক বুজনি দিয়ে। কলম তুলি লয় বিভিন্ন ঠাইত বিভিন্ন ক্ষণত তেওঁ লিখি যায় গীত, আলেখ্য, নাট, গল্প, প্রবন্ধাদি। উদ্দেশ্য মাথো এটাই ৰাইজক সমাজতান্ত্রিক চেতনাৰে উদ্বুদ্ধ কৰা।

এই সময়তে ৰাভাই বেলশৰৰ পার্টিৰ কর্মী নবীন মেধিৰ জীয়াৰী কনকলতাক সহধর্মিণীৰূপে গ্রহণ কৰে।

১৯৫০ ঃ ২৬ জানুৱাৰী : গণতন্ত্র দিৱসৰ দিনা চিহ্নৰ দিঘেলীত ক'লা পতাকা উত্তোলন কৰা হয় আৰু ধ্বনি দিয়া হয় "ইয়ে আজাদী ঝুঠা হ্যায়"। এই ঘটনাৰ নেপথ্যত ৰাভাৰ উদগনি কম নাছিল। ইয়াৰ পিচতে ৰাভাৰ মূৰৰ দাম দহ হাজাৰ টকা ঘোষণা কৰা হয়।

এই বছৰৰে শেষৰ ফালে তৎকালীন বিপ্লবী কমিউনিষ্ট দলৰ সশস্ত্র কর্মসূচী ব্যর্থ হোৱাৰ কাৰণে সামৰিক অভিযান চলোৱা হয়। হেজাৰ হেজাৰ কৃষকৰ ওপৰত চৰকাৰী

নিৰ্যাতিত হয়। পাৰ্টিৰ শ শ কৰ্মী, নেতা পুলিচৰ হাতত ধৰা পৰে। ৰাভা কিন্তু তেতিয়াও বাহিৰৰ মাজত—কুমাওঁ সশস্ত্ৰ অভিযানৰ শেষলৈকে।

১৯৫২ : ১৭ জুলাই : গোৱালপাৰাৰ বিজাডুৱি গাঁৱত সশস্ত্ৰ পুলিচৰ দল এটাই বাভা আৰু তেওঁৰ সহধৰ্মিণী কনকলতাক গ্ৰেপ্তাৰ কৰে। বাভাই তেতিয়া বিজাডুৱিৰ পৰমানন্দ ৰাভাৰ ঘৰত সস্ত্ৰীক আত্মগোপন কৰি আছিল। কিছুদিন বাভাক ধুবুৰী জেলত ৰখা হয়। ধুবুৰী জেলত থকা কালতে বাভাই 'কুৰি বছৰ জেইল' আৰু 'স্বামীৰ হাৰ' গল্প দুটা লিখে। দুয়োটা 'সোণপাহী' নামৰ গল্প পুথি-খনত সন্নিৱিষ্ট হৈছে।

১৯৫৩ : জুলাই : বাভাই মুক্তি পায়।

১৯৫৫ : বিপ্লৱী কমিউনিষ্ট দলৰ এটা অংশই 'ভাৰতৰ কমিউনিষ্ট দল'ৰ লগত চামিল হ'বলৈ সিদ্ধান্ত গ্ৰহণ কৰে। বাভাইও এই চামিলকৰণৰ প্ৰতি সঁহাৰি জনাই ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগদান কৰে। এই সময়তে অমলেন্দু গুহৰ প্ৰকাশিত কাব্য সংকলন 'লুইতপাৰৰ গাথা'ৰ বাভাই বেটুপাত অংকন কৰে।

১৯৫৭ : 'ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ প্ৰাৰ্থীৰূপে বাভাই বৰপেটা সমষ্টিৰ পৰা সাধাৰণ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰে।

১৯৫৮ : ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ বিশেষ অধিবেশনত শিৱসাগৰত মুকলি সভাত যোগ দি বাভাই অসমৰ পূৰণিকলীয়া সভ্যতা সংস্কৃতি আৰু কৃষ্টিৰ ক্ৰমবিকাশৰ ধাৰাবাহিক ঐতিহাসিক বৰ্ণনা দি বৰ্তমান পুঁজিবাদী সভ্যতাই যে সেই ঐতিহ্য বহন কৰি নতুন যুগৰ সভ্যতা, সংস্কৃতি আৰু কৃষ্টিৰ মহাসমুদ্ৰলৈ কঢ়িয়াই নিব নোৱাৰে আৰু তাৰ বাবেই যে শোষিত নিপীড়িত শ্ৰেণীয়ে নিজ সমাজ

ব্যৱস্থাক নিজা শক্তিৰে প্ৰতিষ্ঠা কৰিবৰ কাৰণেই কমিউনিষ্ট পাৰ্টিৰ প্ৰয়োজন তাক সভাত নিমজ ভাষাৰে ব্যাখ্যা কৰে।

১৯৬০ ঃ ভ্ৰাতৃঘাতী সাম্প্ৰদায়িক সংঘৰ্ষই অসম জৰ্জৰিত হোৱাৰ সময়ত ভাৰতীয় গণনাট্য সংঘৰ উদ্যোগত সংগঠিত এটি শিল্পীৰ শুভেচ্ছামূলক দল উলিওৱা হয় আৰু সংঘৰ্ষ ঘটা ঠাইসমূহলৈ দলটিয়ে শান্তি সম্প্ৰীতিৰ বাণী কঢ়িয়াই নিয়ে। ৰাভাই এই দলটিক তেজপুৰত আদৰে। তেজপুৰত পতা সভাত ৰাভাই বক্তৃতা দিয়ে আৰু সাম্প্ৰদায়িকতাৰ কুৎসিত আৰ্থ-ৰাজনৈতিক স্বৰূপ উদঙাই দিয়ে।

১৯৬২ ঃ চীন-ভাৰতৰ সীমান্ত সংঘৰ্ষ লাগে। চীনা আক্ৰমণৰ আশঙ্কাত তেজপুৰবাসী ৰাইজ সন্ত্ৰস্ত হয়। ৰাভাই তেজপুৰবাসী ৰাইজক অভয় দিয়াৰ বাবে চৰকাৰে ৰাভাক চীনপন্থী বুলি সন্দেহ কৰে আৰু তেজপুৰৰ ৰাজ আলি-য়েদি স্বাধীন চৰকাৰে ৰাভাক পঘাৰে বান্ধি গ্ৰেপ্তাৰ কৰি নিয়ে (নবেম্বৰ মাহ)। ৰাভাক সুদূৰ উৰিষ্যাৰ বৰহমপুৰ জেলত ৰাখে। মাতৃহীন দুটি শিশুক ৰাভাই অকলশৰীয়াকৈ এৰি যাব লগা হয়।

('৬২ৰ পাঁচ জানুৱাৰীৰ দিনা ৰাভাৰ দ্বিতীয়া পত্নী কনকলতাৰ মৃত্যু ঘটে। জেলৰ ভিতৰতে ৰাভাই অসংখ্য গীত ৰচনা কৰে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ ছবি এখনো আঁকে।)

১৯৬৩ ঃ ২৪ আগষ্ট : ৰাভাই মুক্তি লভে।

১৯৬৭ ঃ তেজপুৰ বিধান সভা সমষ্টিৰ পৰা নিৰ্দলীয় প্ৰাৰ্থীৰূপে থিয় হৈ ৰাভা জয়যুক্ত হয়। বিধানসভাত তেওঁ কমিউ-নিষ্ট দলৰ আসন গ্ৰহণ কৰে।

১৯৬৮ ঃ কোকৰাঝাৰ লোকসভা সমষ্টিৰ পৰা নিৰ্দলীয় প্ৰাৰ্থীৰূপে

থিয় হৈ পৰাজয় বৰণ কৰে।

এই বছৰবে শেহলৈ ৰাভা কেন্সাৰ ৰোগৰ দ্বাৰা আক্ৰান্ত হয়।

২৮।১২।৬৮ তাৰিখে ৰাভাক বোম্বেৰ টাটা কেন্সাৰ ইন্‌ষ্টিটিউটত ভৰ্ত্তি কৰা হয়।

১৯৬৯ : দুমাহ পিচত ৰাভা পুনৰ গুৱাহাটীৰ হস্পিতাললৈ ঘূৰি আহে। কিছুদিন পিচত তেওঁক তেজপুৰৰ ঘৰলৈ নিয়া হয়। কিন্তু তেওঁৰ ৰোগ নিৰাময় নহ'ল। তেজপুৰৰ নিজা ঘৰত তেওঁ শয্যাশায়ী হয়।

১৯ জুনৰ ৰাতি দুই বাজি পঁচিশ মিনিটত ৰাভাৰ মহাজীৱনৰ নাটৰ সামৰণি পৰে।